# দুনীয়া

শ্ৰীদৈবচন্দ্ৰ তালুকদাৰ

নাৰ

নসে

লয়াছ্‌ বুক ষ্টল

গুৱাহাটী ঃ অসম

প্ৰকাশক :

শ্ৰীবিচিত্ৰ নাৰায়ণ দত্তবৰুৱা, বি. এল. ( এড্‌ভোকেট )

লয়াৰ্ছ বুক ষ্টল

গুৱাহাটী, অসম

প্ৰথম তাঙৰণ—১৯৬২ চন

বেচ—পাঁচ টকা।

বেটুপাত :

ত্ৰৈলোক্য দত্ত

বন্ধাইছে :

আজাদ হিন্দ বুক বাইণ্ডিং ওৱৰ্কচ

১৬৬, কেশৱ সেন ষ্ট্ৰীট

কলিকতা—৯

মুদ্ৰাকৰ :

শ্ৰীগৌৰচন্দ্ৰ পাল

নিউশ্ৰী দুৰ্গা প্ৰেছ

২।১, কৰ্ণওৱালিচ ষ্ট্ৰী[illegible] [illegible]লকতা—৬

# —দুনীয়া—

অনন্তই বি এ পৰীক্ষা দিবলৈ পঢ়াত ব্যস্ত। দিন নিশা তাৰ জ্ঞান নাই। ৰাতি নৌপুৱাওঁতে সি ৰাতিপুৱা হোৱা বুলি বাহিৰলৈ ফুৰিবলৈ যায়। অলপ জুৰ বতাহ লৈ আহি সি আকৌ পঢ়াত লাগে।

সিদিনা পুৱতি নিশা। টোপনিৰ পৰা সাৰ পাই সি ঘপৰাই শোৱাপাটী এৰি বাহিৰলৈ ওলাই শুনে ঘৰ্ঘৰ শব্দ। এটা ধিমিকি ধিমিকি উজলা চাকি লৈ এখন গাড়ী চলিব ধৰিছে। গাড়ী চলোৱা জনে গৰুটোকে নানা তৰহৰ গালি শপনি পাৰিছে। গাড়ী ৰলহি। মানুহজনে গাড়ীৰ পৰা এটা "বালটি" হাতত লৈ "হ" বুলি কৈ গাড়ী ৰাখি ওচৰৰ এজন মানুহৰ ঘৰলৈ গল। গৰুৱে যেন তাৰ কথা গুৰুবাক্য বুলি লৈ তাতে থিয় হৈ থাকিল। অলপ পিচতে সি যেন সিঘৰ মানুহৰ তাত কিবা বলকিব লাগিছে। গিৰিহঁতে সাৰপাই এই ক্যা বক্ বক্ কৰতাহেই। ফজিৰ অভিতক হুৱা নাহি কাহে যা তা বক্ বক্ কৰতাহেই।

হা" বাবু আজ কৈ ৰোজ্‌চে মাঙ্গতাৰহা একথু নয়া টিন বদল কৰনেকো লেকিন আপলোক নাই কৰেগা। হাম্ লোককা কেইসা জুলুমহতা হ্যায়।

জুলুম হতাহ্যাই। চালা নকৰি কৰেগা, মিউনিচিপালিটিকা, মাহিনা খায়েগা আৰ কাম [illegible]লকো কষ্ট মালুম হতাহেই।

সাঁচ্ বাত লেকিন!

আৰে লেকিন ৰাখদেও। আচ্চাসে চাফ নাইকৰনেসে মৈই ৰিপোৰ্ট কৰেগা।

ভাৰি বাবুহেই, আপ্ আপনসে [illegible]নেসে তব সমজাতা এই কেইসা কাম কেইসা তক্‌লিফ্।

চুপৰও। মেতৰ হোকে জনম লিয়া আৰ মুখসে বৰ বৰ বাত। সি কিবা কিবি বলকি আহি কলে কালসে যদি টিন বদল নাই কৰেগা তব জৰুৰ জানিয়ে আপকা পায়খানা হাম চাফ নাই কৰেগা!"

"আচ্ছা দেখা যায়েগা। তোমাৰা সাত আওলাদ কৰেগা।" সি আহি গাড়ীত ময়লাবোৰ ঢালি গৰুক খঙতে কলে "চল চালা। যেন গিৰীহতৰ খঙ সি তাৰ ওপৰতে জাৰিব।

গৰু, গৰুচলোৱাতা, ওঠৰ শতিকাৰ গাড়ী, আন্ধাৰ ৰাতিত ধিমিকি ধিমিকি উজলা চাকি, ঠেক বাট, জঙ্গলে জঙ্গলে গৈ গিৰীহঁতৰ ঘৰৰ পায়খানা পাই তাৰ পৰা ওলাই অহা, লগতে গিৰীহঁতৰ লগত পাতা অসভ্য বান্দৰৰ কথাবোৰ সকলোৱে যেন অনন্তৰ মনটো এটা অতীত যুগত ঠেলা মাৰি দিলে। সি ভাবিলে এয়া কি বিংশ শতিকা নে আন কোনো যুগ? এয়ানে মহাত্মাৰ হৰিজন নে এখনি নৰকৰ চিত্ৰ? যাৰ নায়ক সংসাৰৰ সভ্যতাৰ সমূলি মোল নোপোৱা, শিক্ষা দীক্ষাৰ একো ভূ নোপোৱা। যেয়ে আন্ধাৰ নিশাৰ চৰ। গৰুৰ চালক, পুষ্পক ৰথ স্বৰূপ গাড়ী। স্বাস্থ্যৰ সহস্ৰ গুণ গাওঁতা বিধি বিধান দিওঁতা যুগৰ এনে অস্বাস্থ্যকৰ বস্তু আৰু গোন্ধৰ সহচৰ। সাপ বেঙ ডেৰাই যোৱা বাটেৰে যাবলগীয়া অৱস্থা।

সি গাড়ী নি আৰু এঘৰৰ ওচৰ পাই "হ" বুলি আকৌ গাড়ী ৰাখিলে। সিঘৰৰ পায়খানালৈ যাব লাগিলে এটা ডাঙৰ নলা দেৱাব লাগে। খৰালি যাব পাৰি। বাৰিষা সেই নলা পাৰ হব লাগিলে কাপোৰ তিতে। গাড়ীৰ শব্দ শু[illegible]ই গিৰীহত ওলাই "হেই জমাদাৰ আজ কেইৰোজ পায়খানা চাফ্ কৰ নাই।"

কেইসা কৰেগা বাবু। আপ্‌কা নালা পাৰ হোনে নাই সকত!

নালা পাৰ হনে সে[illegible]গা কি নাই ঐ বাত হাম্ সম্‌জাতা নেই। লেকিন পায়খানা [illegible] কাহে নাই কিয়া? হামলোক কাল ৰিপোৰ্ট কৰেঙ্গে।



আকৌ ৰিপোৰ্টৰ কথা। ৰিপোৰ্ট শব্দটোৱে যেন তাৰ কাণত উনপঞ্চাশ বতাহ আনে। সি ততালিকে কলে "কৰিয়ে বাবু ৰিপোৰ্ট কৰিয়ে। আপ্‌লোক বাবুহেই ৰিপোৰ্ট নাই কৰেগা তো কোন লোক কৰেগা। লেকিন আপ্ আপনসে এইসা কাম্ কৰেনেসে তব সম্‌জাতা।,,

চুপ্! বেটা মেতৰ হোকে লম্বা বাত।

হা হামাৰা লম্বা লম্বা বাত আৰ আপ্‌কা লম্বা লম্বা ৰিপোৰ্ট।

তাৰ কথা শুনি অনন্তৰ হাঁহি উঠিল। পিচতে সি আকৌ ভাবিলে এই জাতিটো নহলে মানুহৰ কি উপায় হব? এই জাতিটোৱে সভ্যতাৰ মোল পাই, মনুষ্যত্বৰ শিক্ষা লভি, স্বাস্থ্য বিজ্ঞানৰ জ্ঞান পাই চকু মুকলি হলে মানুহে কি কৰিব? তাৰ যেন ভয় সঙ্কোচ সমস্যাৰ ভাব উদয় হল। সি ভাবিলে কম্যুনিষ্ট সকলে এই সমস্যাৰ কেনেকৈ সমাধান কৰিছে। অৱশ্যে সিহঁতে সকলোতে সাম্যবাদৰ প্ৰচাৰ কৰিছে, কিন্তু এই ক্ষেত্ৰত কি কৰিব? বৈজ্ঞানিক পায়খানা? সৰ্ব্বসাধাৰণে যে সেইটো কৰিবলৈ ধনৰ নাটনি!

তাৰ গাড়ী ঘৰ্ঘৰকৈ গৈয়ে থাকিল। সেই ঘৰ্ঘৰণীৰ শব্দত অনন্তৰ কাণত যেন এটা ভীষণ বোমাৰ শব্দ ফুটিল। সি ভাবিলে যেন এই জাতিটোৱে শিক্ষা দীক্ষা লাভ কৰিলে জগতত এটা এতোমিক বোমাৰ সৃষ্টি কৰিব। জগতে ইমান দিন যি পন্থালৈ আগবাঢ়িছে তাত আগ্নেয়গিৰী সৃষ্টি কৰি এটা অঘটন ঘটাব! সি ভাবিলে কিন্তু ইমানদিনেও [illegible] ইহঁতৰ মাজত সভ্যতাৰ সূৰ্য্য কিৰণ পশিব নোৱাৰে জগতে [illegible]ইটোলৈ সম্পূৰ্ণ সজাগ। সেয়ে সিহঁত পুৰতী নিশাৰ অন্ধকাৰ দিনত বা গধূলি সময়ত মদৰ বটলৰ সহচৰ। অন্ধকাৰত ভয় নোহোৱাকৈ ফুৰিবলৈ হাজাৰ কুৎচ গোন্ধ সহ্য কৰিবলৈ, সাপ বেঙৰ ভয় নোহোৱাকৈ ঠেক [illegible] বাটেৰে ফুৰিবলৈ সাজু কৰিবলৈ সিহঁতে দিনটো মদখাই পৰি থা[illegible]! নিজৰ

ভিতৰতে হাই কাজিয়া কোঢ়ালৰ সৃষ্টি কৰি এখন আচহুৱা ৰাজ্যত বাস কৰে। "কিয়া হুম কিয়া গুম গুম" যেন ইহঁতৰ স্বভাব। সভ্যতা, শিক্ষা সূৰ্য্যৰ পোহৰ, জগতৰ ৰথচক্ৰই কোনপিনে গতি লৈছে যেন সিহঁতৰ জ্ঞান নাই। আন্ধাৰ! আন্ধাৰ! চৌদিশে আন্ধাৰতে সিহঁতে আনন্দ লভে, দন্দ খৰিয়াল কৰে, চুলিয়াচুলি, মৰামৰি কৰে আৰু মদৰ ৰাগীত গভীৰ টোপনিত সকলো পাহৰি থাকে।

কিন্তু সভ্য জগতে, পৰৰ উপকাৰ সাধনাত মত্ত লোকে সাম্যভাবৰ প্ৰচাৰ কৰোতা দলে, সিহঁতৰ সম্বন্ধে কি ভাবিছে? অনন্তই ভাবিয়ে গল।

( ২ )

মেতৰহাটীত বৰ কোঢ়াল। কথাবোৰ সিহঁতৰ ভাষাতে কোৱামেলা কৰিছে। এজনে কৈছে এই ৰামু বৰ কথা নকবি মুখ ভাঙি দিম। আন এজনে কৈছে বৰ মুখ ভাঙোতা চালা। তই ভাই—বোৱাৰীৰ লগত ডুষ্টালি কৰিবি। কলে বেয়া পাৱ। চুপ চালা। তোৰ মাৰক বিয়া কৰাম।

"কি এনে কথা কৱ" বুলিয়েই জগাই ততালিকে ধৰি ৰামুক বৰ মাৰ সোধালে। ডুয়োৰো বগৰাবগৰি লাগিল। ৰামুৰ সঙ্গী ভূদোল আছিল অলপ দূৰৈত। ৰামু আৰু জগাইৰ কাজিয়া লগা দেখি লৰি আহি জগাইক এটা টাঙনেৰে মাৰ সোধালে। জগাইৰ মুৰ ফাটিল। জগাইৰ মাকেও সেইখিনি পাই ৰা[illegible]াৰিব যাওঁতে তাইৰ চুলিত ধৰি তাইক ডুই ভুকু সোধালে। [illegible]থা গহীন হল। জগাইৰ বাপেকে তেতিয়া মদ খাই উতলাহৈ আছিল। সি তাৰ পৰা কাজিয়া দেখি মদৰ ৰাগীতে মাত দিলে "চালা লোককো আজ সাবাৰ কৰি দেগা। এক এক লাঠি[illegible] এক আদমিকো খুন কৰেগা। এইবুলি ঢলং-পলং কৈ [illegible]লে উপস্থিত হল। চৌদিশে হাহাকাৰ লাগিল। কেও



কাজিয়া বন্ধ কৰাত, কেও কোনো পক্ষ লৈ গালি শপনি, মৰামৰিত যোগ দিয়াত ব্যস্ত,।

কোঢ়ালৰ শেহত তিনিজনক আস্পাতাললৈ নিব লগীয়াত পৰিল। জগাইৰ মাক, ৰামু আৰু জগাই আস্পাতালত ৰলহি। আস্পাতালত প্ৰায় মাহচেৰেক আছিল। এই কেইমাহত সিহতৰ আৰ্জ্জন নেহোৱাত ঘৰত হাহাকাৰ। ৰামুৰ ঘৰত সিয়ে আৰ্জ্জে। পৰিয়ালৰ আন কেই জন তাৰ আৰ্জ্জনৰ ওপৰতে নিৰ্ভৰ কৰে। কিন্তু সি আস্পাতালত পৰি থাকিবলগীয়া হোৱাত ঘৰত খোৱা লোৱাৰ হাহাকাৰ নহৈ কি হব? মাহদিনত সি বেতন পায় পোন্ধৰ টকা। বেতন পাবৰ দিনাই সিহঁতে মদ খাই উৰুৱায় দিয়ে। বাকী মাহটো দোকানত বাকী কৰি নাইবা অত তত কাম কৰি ওপৰুৱা হিচাবে যি পায় তাৰে কোনোমতে প্ৰবৰ্ত্তায়। দোকানী সকলেও মেতৰক বাকী নিদিয়ে। কিয়নো সিহঁতে জানে বাকী দিলে সিহঁতৰ পৰা আদায় কৰা টান। মকৰ্দ্দমাত ডিগ্ৰী পালেও সিহঁতৰ ঘৰত লাও লোটাৰ বাহিৰে কি পাব? পালেও সেইবোৰেৰে কি কৰিব? অৱশেষত উপায় নাপাই ৰামুৰ ঘৈনীয়েকে মিউনিচিপালিটিত কাম বিচাৰিলে। কাম সহজে পালেও। কিয়নো তাই দেখনিয়াৰ আছিল। মেতৰ হলেও ভাল দেখনিয়াৰ হলে বাবুসকলৰ চকু আকৰ্ষণ কৰা একো আচৰিত নহয়। কিয়নো ৰূপ সৌন্দৰ্য্যই ধৰ্ম্মজ্ঞান, ধৰ্ম্মৰ বাহ্যিকতাৰ মুখাখন ততালিকে আঁতৰ কৰাই মানুহৰ আচল ৰূপটো বাহিৰ কৰি দিয়ে।

মিউনিচিপালিটিৰ জমাদাৰ আৰু অভাৰচেয়াৰ ডুজনেই ডেকা। অভাৰচেয়াৰে চহৰ চোৱাত সমান পটু নহলেও তিৰোতাৰ মধুৰ চাৱনিয়ে, সুন্দৰ ৰূপে তেওঁৰ চকু এৰি যাব নোৱাৰে। জাতত তেওঁ বামুন। ৰাতিপুৱা উঠিয়েই সন্ধ্যা গায়ত্ৰী কৰাত সদায় ব্যস্ত। কোনো ৰেইটপেয়াৰে অভাৰচেয়াৰক লগ ধৰিব[illegible]লে তেওঁৰ সন্ধ্যা গায়ত্ৰী হৈ নুঠে মানে তাতে বহি থাকিব লাগে। [illegible]ৰ আচাৰ

নীতি দেখিলে দেখালোকে অবাক মানে। কেরে কেতিয়াবা সেই সম্বন্ধে কলে তেওঁ গহীনাই কয় হিন্দুৰ পেটত জন্মিছো হিন্দুৰ আচাৰ নীতি নাপালি পাৰো নে ?

মাৰোৱাৰী সকলে অভাৰচিয়াৰ বাবুৰ এনে আচাৰ নীতি দেখি "ধন্য বাবু" আমালোকে অসমীয়া বহুতো বাবুৰ ঘৰলৈ গৈছো কিন্তু আপোনাৰ দৰে আচাৰ নীতি পালা লোক দেখা নাই।

মই আচাৰ নীতি নাপালি নোৱোৰো লাগে যদি দুসাজ নাখামেই। কিন্তু হিন্দুৰ লৰা হিন্দুৰ নিয়ম পালিমেই।

আপোনাক ধন্যবাদ! মাৰোৱাৰী স্কুজমলে নিজৰ কাম সাধন কৰিবলৈ আৰু কত কথা কয়। কিয়নো নিজৰ কাৰ্য্য সাধোতে মাৰোৱাৰী স্কুজমলে কথাৰ পৰা, টকা কড়ি সকলো খৰছ কৰাত পিচ নুহুহকে। কিন্তু কাম শেষ হৈ গলে সি আগলৈ কিবা সহায় পাম বুলি নাভাবিলে তেতিয়া কথাত গহীন হয়। টকা পয়চাৰ এটা ফুটাকড়ি দিবলৈকো বহুতো ভবা চিন্তাত পৰে। যাওক, আমাৰ অভাৰচিয়াৰে জমাদাৰৰ লগত লগ লাগি সুবিধা পালে দুই এঠাইত ভৰি পিচলাতো পিচ নুহুহকে। অৱশ্যে সেইবোৰ তলতীয়া জাতৰ বা জগতৰ তুচ্ছ তাচিল্য বা নেওঁচা কেওচা খোৱা জাতৰ হলেও সেই সম্বন্ধে তেতিয়া তেওঁৰ জ্ঞান নাই। অৱশ্যে এনে অৱস্থাত তেওঁ সাম্যবাদী বুলি কোনে নকব ? কিন্তু নেদেখাত হে ইটো কাণ্ড। সকলো কাণ্ড দেখাদেখিকৈ কৰিব লাগিলে জগতত ডাঙৰ বা অতি নীচ কাম কেইজনে সমাধা কৰিব পাৰে ?

তাইৰ নাম দুনীয়া। কথাত যেনে ৰাংঢালি দেখোতে তাই তেনে ৰূপহী! জীৱন মৰণ সমস্যাত লাজ হুকমলৈ চালে কেনেকৈ হব ? পেটত গাঠি দি থাকিবৰ তাইৰ শক্তি ক'ত ? খোৱা কেইটা যোগাবই লাগিব। আনপিনে গিৰিয়েকক আস্পাতালত সেৱা শুশ্ৰূষা কৰিব লাগে। পাৰিলে অলপ ফল ফকৰো কিনি আনি দিব লাগে।



আন পিনে সৰু লৰা এটি। তাকো খুৱাই বুৱাই পৰাণ ৰাখিব লাগে। তাই ৰাতি পুৱাই উঠি ৰাজআলিৰ জাবৰ বাঢ়নীৰে আঁতৰাব লাগে। তাৰ পিচতে আস্পাতাললৈ আহি তাই গিৰিয়েকৰ শুশ্ৰূষা কৰে। অলপ পিচতে গৈ ভাত পানী ৰান্ধি লৰা-ছোৱালীক খুৱাব লাগে।

অভাৰচিয়াৰ বাবুৱে আন সময়ত চহৰ চাবলৈ ন বজাৰ পিচতহে গৈছিল। তেওঁ ৰাতিপুৱা উঠি সন্ধ্যা গায়ত্ৰী কৰোতে আঠ বাজে। কিন্তু আজি দিনচেৰেক দোকমোকালিতে উঠি তেওঁ গা পাৰ নোধোৱাকৈ সন্ধ্যা গায়ত্ৰী সমাধা নকৰাকৈ চহৰ চোৱাত ব্যস্ত। বিশেষকৈ দুনীয়াই যি ঠাইত কাম কৰে সেই ঠাইত উপস্থিত হয়। অৱশ্যে কৰ্ত্তব্য কঠোৰ। কৰ্ত্তব্য কাম কৰিবলৈ ৰাতি দিন পুৱতী নিশাৰ কোনে বিচাৰ কৰে ?

## ( ৩ )

"চা দুনীয়া কাম ভালকৈ কৰিবি। কাম বেয়া হোৱা বুলি ৰিপোৰ্ট গৈছে।" দুনীয়াই নমতাকৈ কাম কৰিয়ে গ'ল। তাই আৰু বাৰুকৈ সাৰাত মন দিলে। অভাৰচিয়াৰে তাইৰ মুখৰ পৰা একো উত্তৰ নাপাই অলপ দূৰলৈ গৈ কিবা ভাবি আকৌ উভটি আহিল।

দুনীয়া! কথা নকলে নহব। কি কৈছো শুনিছ নে নাই ? দুনীয়াই স্বভাৱ বশতঃ আকৌ নিমাত হল। কিয়নো তাই তলতীয়া জাতৰ হলেও ইমান দিনে ঘৰৰ ভিতৰতে আছে। বাহিৰত গলেও আন আন তিৰোতাৰ লগত যায়। মতা মানুহৰ লগত কথা কোৱা তাইৰ অভ্যাস নাই। অভাৰচিয়াৰে সিবাৰো উত্তৰ নাপাই খঙতে নিজে নিজে বিৰিং বিৰিংকৈ বলকি গ'ল। কি আপচু! কথা কব নাজানে। কাম কৰিব নোৱাৰে। ইপিনে লাগে কাম, টকা, বেতন।

অফিছাৰ সকলৰ এটা সাধাৰণ ভাব তলতীয়া কৰ্ম্মচাৰী সকলক

যেনে তেনে বশ কৰিব পাৰে। এটা দোষত ধৰিব নোৱাৰিলেও আন এটা দোষ উলিয়াই সেইবোৰক সমূলি নিজৰ মুঠিত ৰাখিব পাৰে। তেওঁলোকৰ বহল মন বা মহৎ ভাব নাই যে তলতীয়া কৰ্ম্মচাৰী সকলৰ যিটো দোষ পাই সেইটোতে হে আচল খুট ধৰিব লাগে। কিন্তু নিজৰ মহতালি ৰাখিবলৈ বা নিজৰ স্বাৰ্থ পূৰণ কৰিবলৈ এটা দোষত দোষ ধৰিবলৈ নোৱাৰিলে আন এটাত ধৰাতো বা আগৰ কথাৰ হোৰ তুলিবলৈ চেষ্টা কৰাটো কেৱল সংকীৰ্ণতাই নহয় লগতে সৰু মনৰ চিনাকি দিয়ে। কিন্তু ডাঙৰ মন একে জীৱনতে গঢ়ি তোলা বৰ টান কথা। তেনে শিক্ষাই বা ক'ত ?

অলপ পিচতে ৰতন জমাদাৰ উপস্থিত হলহি। "শুন দুনীয়া অভাৰচিয়াৰ বাবুৰে কৈছে তোৰ হেনো কাম সমূলি ভাল হোৱা নাই। বহুতো হেনো ৰিপোৰ্ট পাইছে।

কেনেকৈ কাম ভালকৈ কৰিব লাগে দুনীয়াই ভাবি পোৱা নাই। তাইৰ কামৰ ভিতৰত আলি পদূলি সাৰি চাফ্-চিকোন কৰা। তাই দেখো সেইটো ভালকৈ কৰিছে। তথাপি বেয়া কেনেকৈ হল ? দুনীয়াই নামাতি থকা দেখি ৰতনে ডাঙৰকৈ কলে "শুনিছনে নাই। নিবোকী হলে নচলে।

দুনীয়াই এইবাৰ বলকৈ অন্তৰৰ পৰা কথা আজুৰি আনি কলে, "ভাল কাম কেনেকৈ কৰিব লাগে ?"

কেনেকৈ কৰিব লাগে সেইটো শিকাবলৈ মই সাৰি দেখুৱামনে ? কামৰ ভিতৰত কি ? তাকে ভালকৈ কৰিব নোৱাৰ ?

এনেতে ওচৰৰ দোকান এখনৰ এজন মানুহে মাত লগালে "কিনো আৰু ভালকৈ কৰিব লাগে ? আগতকৈ দেখো আলি-পদূলি বোৰ ভালহে হৈছে।"

তুমি কলেই হল। ওপৰৱালাই বেয়া বুলিলে তুমি আমি ভাল বুলিলে কি হব ?



কিয় ওপৰৱালাৰ চকু বেলেগ নেকি ?

বাবু সেইবোৰ তোমালোকক কিয় ? আমাৰ কাম আমি কৰিম। তোমালোকৰ কাম তোমালোকে কৰা।

"সেইটো হয়। কিন্তু জগতত ন্যায় বিচাৰ হব লাগে।" সেই কথা কোৱাৰ লগে লগে সেই মানুহজনৰ চকু দুনীয়াৰ চকুৰে-চকুৰে পৰিল মানুহজন থৰ হৈ বল। দুনীয়াই ততালিকে চকু ঘূৰাই কামত লাগিল।

জমাদাৰে বিৰিং বিৰিং কৈ বলকি গল। ধুনীয়া ছোৱালী দেখিলেই সকলোৰে নিজৰ হয়। সকলোৱে নিজে গাপাতি লয়। অলপ দোষৰ চেকা পৰিব নিদিয়ে। আৰু অলপ দূৰলৈ আহি সি উভটি দুনীয়াক কলে "দেখ দুনীয়া বাবু ভৈয়াই তোৰ কাম ৰাখিব নোৱাৰে। অভাৰচিয়াৰে কাম ভাল নুবুলিলে আনে বুলিলে কি হব ? কাম ভালকৈ কৰিবি একা। ৰূপত সকলোৱে নুভুলে।

দুনীয়া যেন এন কথাত মৰা যেন হল। তাই যেন ততালিকে বাঢ়ণী এৰি গুছি যাব। কিন্তু তথাপি তাই কাম কৰিয়ে যাব লাগিল। খন্তেকতে তাইৰ চকুৰে দুধাৰ চকুলো বৈ আহিল। তাই ভাবিলে তাইৰ স্বামী ভালে থাকিলে আজি বহল ৰাজ আলিত ইমান মানুহৰ সমুখত তাই এনে নিজৰ লাজ হুকুম খেদাব নেলাগিল হেতেন। তাই ভাবিলে ৰামু কেতিয়া ভাল হব ?

## ( ৪ )

আজি ৰামুৰ দিনচেৰেকৰ মূৰত অলপ চেতনা আহিছে। সি চকুমেলি চাই দুনীয়াক শোৱাপাটিৰ কাষত দেখি কৈছে "দুনীয়া মোক এবটল মদ আনি দে। মই মদ খাব পালে ভাল হম। বেটা জগা কত ? পালে তাক মই দুডোখৰ কৰিম।

দুনীয়াই কৈছে "তই শো, অলপ বাৰু হব পাৰিলে সকলো খাব পাৰিবি।

নাই ডুনীয়া তই আজিয়েই আনি দিব লাগিব ।

ডাক্তৰে খাব মানা কৰিছে ।

ডাক্তৰ ! থৈ দে ডাক্তৰৰ কথা । মই মদ নেখালে মৰিম । এনেতে কম্পাউণ্ডৰ ভিতৰ সোমাল । "চাওঁ নতুন বেণ্ডেজ কৰিব লাগে ।

ৰামুই কলে "বেণ্ডেজ কিয় ? মোক মদ লাগে ।

"মদ্ ! মদ্ ! বেটা মদ খাই হাই উৰুমি কৰি মূৰ ফালাফালি কৰিবি আৰু ডাক্তৰ-খানাত আহি আমাক আমনি দিবি ? বেটা তাতে নমৰিলি কিয় ?

মৰিবৰ সময় নহলে কোনে মাৰে ডাক্তাৰবাবু ? এইবাৰ ভাল হলে জগাইৰ আধ্যা কৰিম ।

মূৰ কৰিবি । বেটা বেণ্ডেজ খোল । ঠিক এনে সময়তে কম্পাউণ্ডাৰৰ চকু ডুনীয়াৰ মুখৰ ওপৰত পৰিল । সি যেন অলপ পৰ থমক্ খাই ৰল । তাৰ পিচত সি লাহেকৈ কলে "এইটো কোন ?"

মোৰ তিৰোতা ।

তোৰ তিৰোতা ! বেটা দেখিছো ধুনীয়া তিৰোতা পাইছ । কি নামহে তোমাৰ ?

ডুনিয়াই নামাতি থাকিল ।

আহ নামাত দেখো । তহঁতৰ জাতটো মই ভালকৈ জানো । এই ডাক্তৰখানাত কাম কৰিবি ?

ডুনিয়াই মিউনিচিপালিটিৰ কাম কৰি ভাল পোৱা নাছিল । ডাক্তৰ খানাত কামৰ কথা শুনি তাইৰ মনত ভাল লাগিল । কিয়নো তাত কাম কৰাৰ লগে লগে তাই তাইৰ স্বামী ৰামুৰ লগত থাকিব পাৰিব, ৰামুৰ বেমাৰত শুশ্রূষা কৰিব পাৰিব । আনপিনে ৰামু কাষত থকাত কেৰে একো কব নোৱাৰিব ।



তাই যেন সাহস গোটাই কলে "ইয়াত কাম আছেনেকি ডাক্তৰ বাবু ?

যদি ভালকৈ কাম কৰিব পাৰ তেন্তে এটা খালি আছে । কষ্ট একো নাই বেমাৰীৰ শুশ্রূষা কৰা আৰু ডাক্তৰখানাত "জাৰু" দিয়া । দৰমহাও ভাল । ৰাতিপুৱা ৮টাৰ পৰা ১১টালৈ আকৌ আবেলি তিনি বজাৰ পৰা ৫ বজালৈ ডক্তৰখানাত কাম কৰিব লাগে । ৰাতি থাকিলে বেমাৰীৰ পৰা বহুতো ওপৰুৱা পইচা পাবি ।

তাই কলে "যদি কাম আছে মই কৰিম ।"

বাৰু কাইলৈ আহিবি ।

কম্পাউণ্ডৰে কাম অতাই ডাক্তৰৰ ওচৰ পাই কিবাকিবি কথাত মগ্ন হল । ইপিনে ডুনীয়াই ৰামুক কলে "মই ইয়াতে কাম কৰিম" ।

কাম কৰিবি মূৰ কৰিবি । তই ঘৰৰ পৰা কিয় ওলাইছ ?

নোলালে খাওঁ কেনেকৈ, তোৰ আলপৈচান ধৰো কেনেকৈ ?

ৰামুৱে কলে "মাজে মাজে মদ আনিব পাৰিবিতো ?

মদ । টকা পালে নানিম কিয় ?

বাৰু তেন্তে কৰিবি । ৰামুৱে নাজানে ইতিমধ্যতে যে তাই মিউনিচিপালিটীৰ কাম কৰিছে । ৰামুৰ সকলো দোষৰ মাজতো এটা ভাল গুণ আছিল সি ডুনীয়াক বৰ ভাল পাইছিল । কিয় ভাল পাই এই কথাতো ভাবিব লাগিলে বোধকৰো এইটো এটা স্বাভাৱিক গতিৰ বাহিৰে আন একো নহয় । এই ভাল পোৱাৰ কাৰণ ব্যাখ্যা কৰা টান । কিয় ভাল পাই এই মনস্তত্বটো ভাবি উলিওৱাটো বা সুন্দৰভাৱে প্রকাশ কৰাটো টান কথা যদিও এই মনস্তত্বলৈয়ে আজিলৈকে সকলো ভাষাতে হাজাৰ বিজাৰ কিতাপ ওলাইছে ।

যি নহওক সেই গভীৰ কথা এৰি ৰামুৱে তাইক তিৰোতা ভাবে পাই তাইৰ ৰূপতে হওক বা গুণতে হওক ভাল পাইছিল । অৱশ্যে

তাইক অনাৰ আগেয়ে উপন্যাসত লিখা ভাল পোৱা, চকুৰে চকুৰে থৰ হৈ থকা ইত্যাদি আধ্যাবোৰ ঘটা নাছিল।

ডুনীয়াই তাইৰ মিউনিচিপালিটীৰ কাম গতাই দি আহিবলৈ অফিছলৈ গ'ল। বাটতে অভাৰছিয়াৰে পাই তাইক কলে "এনেকৈ কাম কৰিলে নহব। দৰমহা নাপাবি। তই আজি মোৰ ঘৰলৈ যাবি। কি কি কাম কৰিব লাগে মই ভালকৈ বুজাই দিম।"

তাই নামাতিলে।

শুনিছনে নাই? নে কলা বেঙা হৈ মিউনিচিপালিটিত কাম কৰিব আহিছ। এনেতে নিলগত ৰতনক দেখি অভাৰচিয়াৰে মাত দিলে "এই ৰতন, ৰতন, জামাদাৰ।"

হুজুৰ!

এই পিনে আহ।

ৰতনে থৰকাচুটি হেৰুৱাই লৰি আহি "হুজুৰ" বুলি অভাৰচিয়াৰক চেলাম দিলে।

দেখ, এই কুচ কাম আচ্ছা কৰকে কৰনে নাই চেক্তা। তাই একো কাম কৰিব পৰা নাই। তই ভালকৈ শিকাবি।

নতুন আদমী হুজুৰ। লাহে লাহে শিকিব।

কাম নিশিকিলে দৰ্ম্মহা কেনেকৈ পাব। ইস্‌কো আজ হামৰা ঘৰমে লে যাও। সমজাতা।

আচ্ছা হুজুৰ! এই ডুনীয়া শুনিছ। বাবুই কামৰ ভাল ৰিপোৰ্ট নিদিলে কাম নৰব।

ডুনীয়াই এইবাৰ মাত দিলে। 'মই আজিৰ পৰা কাম নকৰো' মই জাৰু গতাই দিবলৈ আহিছো।

অভাৰচিয়াৰে তাইৰ কথা শুনি আচৰিত হ'ল। সি নাভাবিছিল যে তাৰ চিকাৰ ইমান সহজতে হাতৰ পৰা পিচলিব। সি এইবাৰ আগতকৈ কোমল স্বৰেৰে কলে। কিয় তই ভয় খাইছ? একো



টান কাম নহয়। দুদিন কৰিলেই সহজ হব। মানুহেইতো সকলো কাম কৰে। তই কাম কৰ মই ভালকৈ শিকাই দিম। ৰতনেও শিকাব।

অলপতে দৰ্ম্মহা বেচি হব।

নাই হুজুৰ মোৰ কাম কৰিবৰ ইচ্ছা নাই! জমাদাৰ বাবু "এই জাৰু মই গতাই দিলো। বুলিয়েই তাই আঁতৰি গ'ল।

অভাৰচিয়াৰে ৰতনক কলে "তই কিবা কৈ তাইৰ খঙ তুলিছ হবলা!" এই বুলিয়ে বাইচিকেলেৰে সি লৰি গৈ ডুনীয়াৰ ওচৰ পালে।

ডুনীয়া! ৰতনে তোক বলকিছে হবলা। ৰতনক একো ভয় নকৰিবি। মই আছো। সি কি কৰিব পাৰে? মই ভাল ৰিপোৰ্ট দিলে তোৰ বেয়া কৰিবলৈ তাৰ একো ক্ষমতা নাই। "মোল্লাৰ দৌৰ মচিদ" লৈ। গতিকে অভাৰচাৰে ইমান দিনে যি উপায় লৈ মেতৰণী সকলক হাত কৰিছিল সেই উপায়েৰে তাইকো হাত কৰিব পাৰিব বুলি সি আকৌ কলে তই এমাহ কাম কৰ। মই তোৰ দৰ্ম্মহা আনতকৈ বহুতো বেচি কৰি দিম।

নাই বাবু মই কাম নকৰো।

অভাৰচিয়াৰ অবাক হল। ততালিকে ইমান সহজতে যে তাই কাম এৰিব পাৰে সেইটো তাৰ সপোনৰ অগোচৰ আছিল। বিশেষতঃ সি সুন্দৰভাবে সন্তেদ পাইছে তাইৰ খাব লব একো নাই। গিৰীয়েক আস্পাতালত পৰি আছে তাই কাম কেনেকৈ এৰিব পাৰে? কিন্তু তাই যে ইতিমধ্যতে আন কামৰ যোগাৰ কৰিছে সেইটোৰ সি মোল পোৱা নাই। যি নহওক শেষ চেষ্টা কৰি সি কলে তোক আজি এখন ধুনীয়া শাৰী দিম। মোৰ ঘৰলৈ যাবি। হেৰৌ আমাৰ আয়েৰক দেখিছনে নাই? তেওঁ তোক দেখিলে মৰম কৰিব।

নালাগে হুজুৰ! আমি ডুখায়া। ভাল শাৰীৰে কি কৰিম?

কোনোমতে পেতেভাতে খাই লৈ থাকিব পাৰিলেই ৰক্ষা।” বুলিয়েই তাই পোনচাতে আস্পাতাললৈ গতি কৰিলে। অভাৰছিয়াৰে কিং কৰ্ত্তব্য বিমোৰ হৈ তাইৰ লয়লাস গতি চায়ে ৰল। সি ভাবিলে ‘তিৰোতাৰ মন পোৱা মহা সমস্যা। এজনী সাধাৰণ মেতৰণী, তাইকে হাত কৰিব নোৱাৰিলো। যি নহওক ৰতনৰ হতুৱাই তাইৰ মন ঘূৰাব লাগিব। এই বদমাইচ ৰতনে তাইৰ কিবা কৰি খং তুলিছে। তাইৰ খং সি নাভাঙিলে নাভাঙে। এনে ভাবিয়ে আকৌ চাইকেলেৰে ততালিকে ৰতনৰ কাষ পালেহি।

ৰতন! তাইৰ কেনেকৈ খং তুলিছ?

খং কিয় তুলিম? তাই তেনে ধৰণৰ তিৰোতাই। যাব দিয়ক বাবু, খাব নাপালে আকৌ আপোনা আপুনি কাম বিচাৰি আহিব!

( ৫ )

ডাক্তৰখানাত তাই কাম পালে। তাই নিয়মিত সময়ত কাম কৰে। আজৰি সময়ত গিৰিয়েক ৰামুৰ আলপৈচান ধৰে। ডাক্তৰ, কম্পাউণ্ডাৰ সময়মতে আহে। ঘা ধোৱা পখলা কৰে। বেণ্ডেজ বান্ধে। ডাক্তৰখানাত বহুতো বেমাৰীৰ অলপ সময়তে এনে কৰিব লগীয়া হোৱাত তেওঁলোকে ততাতৈয়াকৈ কাম সমধা কৰে। কিন্তু যি কাৰণেই নহওক ৰামুৰ ওচৰত তেওঁলোকে বেচি সময় নিয়ে। ডাক্তৰে কয় কেনেকৈ বেণ্ডেজ বান্ধিব লাগে শিকিবি। কম্পাউণ্ডাৰে কয়’ তাইক শিকাই দিছো।

চুনীয়াই নামাতি থাকে।

ডাক্তৰে কয় “আটাইবোৰ বেমাৰীৰ খা-খবৰ কৰিবি।”

চুনীয়া—কৰিছো দেউতা। যাৰ যি ময়লা পেলাওঁৰে।

এৰা। ডাক্তৰখানাত একো ময়লা থাকিব নোৱাৰে।

চুনীয়াঃ—কালি নিশা সেইজনী তিৰোতাৰ আপালি হৈছিল।



ডাক্তৰ ঃ—কি?

চুনীয়া ঃ—তাই বেচেৰীৰ বৰকৈ সক পানী চুবলৈ লাগিছিল। কিন্তু বেণ্ডেজ খহাব নোৱাৰে। ময়ো চেষ্টা কৰিলো, নোৱাৰিলো। তাৰ ফলত ওৰে ৰাতি ধৰফৰাই চত্‌ফতাই আছে।

কিয় “লেডিক” বাতৰি নিদিলি?

চুনীয়া ঃ—লেডিৰ ওচৰলৈ গৈছিলো। কিন্তু তেওঁ নাই। কৰবালৈ “ডেলিভাৰী কেচত” গৈছিল।

ডাক্তৰ ঃ—কম্পাউণ্ডাৰ নাছিল?

চুনীয়া—বাবু কৰবালৈ গৈছিল।

ডাক্তৰে খং মুৱাকৈ কম্পাউণ্ডাৰক চালে। কম্পাউণ্ডাৰে কলে নাই। মই জেনেৰেল ওৱাৰ্ডৰ সেই টান বেমাৰীটোৰ লগত আছিলোঁ। চুনীয়াই কিবা কব ধৰোতে কম্পাউণ্ডাৰে ভেকাহি মাৰি কলে “ভালকৈ নাচাবি আৰু যি পায় তাকে কবি।”

চুনীয়া মনে মনে ৰল। কিন্তু তাই যে গোটেই কেইটা ঘৰতে কম্পাউণ্ডাৰক বিচাৰি পিটাপিট দিছিল তাই সেইটো ভালকৈ জানে। তথাপি কম্পাউণ্ডাৰক তেনে খংমুৱা দেখি তাই মনে মনে ৰল। ডাক্তৰ অলপ পিছতে গ’ল। কম্পাউণ্ডাৰে “বেণ্ডেজ” ভালকৈ বান্ধিব ধৰি কলে, “চুনীয়া আজি সৰ্ব্বনাশ কৰিব খুজিছিলি।”

কি?

মই নিশা ইয়াত নথকা জানিলে মোৰ কামৰ আধ্যা হল হেঁতেন। এনেকৈ কেতিয়াও নকবি। চুনীয়াই কম্পাউণ্ডাৰৰ এনে কথা শুনি বাস্তৱতে লাজ পালে। কিয়নো তাই কম্পাউণ্ডাৰৰ যহতে কাম পাইছে। আকৌ তাইৰ কাৰণে কম্পাউণ্ডাৰৰ বিপদ হব লাগিলে সেইটো আচলতে দুখৰ বিষয়।

তাই অলপ পিচতে কলে “মই বাবু নতুন! এইবোৰ কথাৰ ভু নাপাওঁ।

বাৰু যি কৰিলি কৰিলি। মোক বিচাৰিব লাগিলে সৌ কোঠাটোত বিচাৰিবি।

পিচৰ দিনা ৰাতি এজনী তিৰোতা প্ৰসৱ হোৱা অৱস্থাত জন-চেৰেক লোকে লৈ আহিছে। তিৰোতাজনী অচেতন। ডাক্তৰখানাত কাকো নাপাই মানুহ কেজনে ইপিনে সিপিনে চাই ইচাট বিচাট লগাইছে। এজনে কৈছে ডাক্তৰখানালৈ সহায় বিচাৰি অহা যায়। কিন্তু সহায় পাম চাৰি ডাক্তৰ বিচাৰোতে এতিয়া আধ্যা হয়। এনেতে হঠাৎ দুনীয়াক তিৰোতাৰ ঘৰত দেখি লৰি গৈ সুধিলে "ডাক্তৰ কোনোবা আছে ?"

নাই কম্পাউণ্ডাৰ বাবু আছে।

বাৰু মাতি আনছোন। তাই লৰি গল। কম্পাউণ্ডাৰ থকা কুঠৰী পাই মাত দিলে "বাবু বাবু"

কম্পাউণ্ডাৰে সাৰ পাই কোন ?"

"দুনীয়া।"

দুনীয়া! কম্পাউণ্ডাৰ ততালিকে উঠি দুৱাৰ মেলি দি আকৌ ততালিকে দুৱাৰ বন্ধ কৰিলে।

কি অ দুনীয়া কি হৈছে ?

এগৰাকী তিৰোতা প্ৰসৱ হোৱা অৱস্থাত লৈ আহিছে।

"মৰিব দে।"

এই কথাষাৰ যেন দুনীয়াৰ কাণত ভাল নালাগিল। মানুহক ইমান সহজে মৰিব দিয়া কথাষাৰ যেন তাইৰ কাণত নাভূত নাশ্ৰুত।

কম্পাউণ্ডাৰে আকৌ কলে "বহ দুনীয়া।"

মানুহবিলাক যে বৈ আছে। তিৰোতাজনীৰ যে বৰ বিপদ! ৰব দে, এনেকৈ কত মৰে। সিহঁতে মাতক আহি। ৰাতি নাই দিন নাই কেৱল লৰা ধপৰা। কিয় ৰাতি পুৱালে আনিব নোৱাৰিলে-হেতেন নে ?



তিৰোতাজনীৰ যে মৰোঁ মৰোঁ অৱস্থা!

মোৰ তাতে হানি কি ? চাওঁ দুনীয়া, তোৰ হাতখনি ?

দুনীয়া যেন তেতিয়া এখন আচহুৱা দেশত। এপিনে এজনী তিৰোতাৰ মৰোঁ মৰো অৱস্থা, আনপিনে তাইৰ আগতে এজনে কব ধৰিছে "মৰিব দে!" এনে অৱস্থাৰটো কাহানিও তাইৰ অভিজ্ঞতা নাই। তাই কি কৰিব ? কৰিবৰ বা তাইৰ কি শক্তি আছে ? কিন্তু তাইৰ কোমল অন্তঃকৰণত যেন এটা ভূমিকম্পৰ সৃষ্টি হল।

কম্পাউণ্ডাৰে আকৌ কলে "ৰাতি পুৱাব দে, ডাক্তৰ আহিলে সকলো চাব। ৰাতি নাই দিন নাই মৰটাঙোনবোৰ ওলাইহি।

"লেডিক" মাতি আনোগৈ।

থ থ তইনো এনে উদ্বাউল হৈছ কিয় ? হো চিগাৰেট খা। চিগাৰেটৰ বাকচটো আগবঢ়াই দিয়ে।

মই চিগাৰেট নাখাওঁ।

চিগাৰেট নাখাৱ ? ভাল তয়ো ছোৱালী দে। আগৰ জমাদাৰনীয়ে যে নিতৌ মোৰ পৰা চিগাৰেট খুজি নিয়ে। কি কৰিবি নিদিয়ো নোৱাৰোঁ। আৰু তই মোৰ কাৰণেহে কামটো পাইছ ?

হয়।

মনত ৰাখিবি আকা। তোক মই এনেয়ে কাম দিয়া নাই। তই ভালকৈ কাম শিকিলে—মই উন্নতিৰ পথ দেখুৱাম। আৰু এটা কথা। শোৱা পাটিতে বহছোন!

এনেতে দুৱাৰত শব্দ হল—"কম্পাউণ্ডাৰ" বাবু! কম্পাউণ্ডাৰ বাবু!

দুনীয়া—তেওঁলোক আহিছেই।

কম্পাউণ্ডাৰ—ৰবাহে! কাপোৰ কানি লব ধৰিছো। এই পুৱতী নিশা খননো—

ওলাওকছোন কম্পাউণ্ডাৰ বাবু। বৰ আপালি। তিৰোতাজনীৰ অবস্থা বৰ বেয়া।

এৰা শুনিছো। পিচে মই কি কৰিম? লেডি নাহিলেতো নহব। লেডি কত আছে মাতক।

লেডিক জানো এতিয়া পাব? তেওঁ বা কৰ ডেলিভাৰি কেচ চাব গৈছে। নগলেও এই পুৱতী নিশাখন কত উঠিব? তাতে ইমান চেঁচা।" এই বুলি কৈয়ে কম্পাউণ্ডাৰে দুৱাৰখন মেলি ওলাই আহিল।

এজনে মাত লগালে "ডাক্তৰখানাত টানত সহায় পাবলৈকে চৰকাৰে ব্যৱস্থা কৰিছে।

থোৱাহে ব্যৱস্থাৰ কথা। সকলোৱে মানুহ। দিন ৰাতিয়ে যন্ত্ৰৰ দৰে মানুহে কাম কৰিবনে?

কিয় "নাইট ডিউটি" জানো কৰা নাই? চাওকহি মানুহ ইপিনে মৰি যায়।

মৰি যায়। মৰাৰ লগত আমাকো মাৰিব খোজানে? সৌ তিৰোতাৰ ঘৰত থোৱাগৈ। ৰাতিপুৱালেই "লেডি" আহিলে সকলো দিহা হব!

ৰাতি পুৱালৈ বেমাৰী থাকিবনে?

তেন্তে কি কৰিবা। মতা বেমাৰী হলে মৱে কিবা কৰিলো হেঁতেন। পিচে তিৰোতা এনে অৱস্থাত কি কৰিব পাৰো?
লুণীয়া সাগৰত পানী পিবলৈ এটোপা যদি পাব নোৱাৰি তেন্তে ডাক্তৰখানালৈ আহি ডাক্তৰ নোপোৱাতো কি আচৰিত হব পাৰে?

মানুহকেজনে কলে" ডাক্তৰ বাবু মৰা মানুহৰ মান অপমান কি? মতা তিৰোতাৰ বিচাৰ কৰিলে কি হব?

কম্পাউণ্ডাৰে কলে" তিৰোতাজনী মৰিলেও আমিতো মৰা নাই। আমাৰতো লাজ হুকমৰ জ্ঞান আছে। বিশেষতঃ ডাক্তৰ বোৰতো লোহাৰ মানুহ নহয় যে ৰাতি দিন চকুত টোপনি নোহোৱাকৈ বেমাৰী চাব।



মানুহকেজনে আন উপায় নেদেখি কলে" ডাক্তৰবাবু লাগে যদি অলপ অচৰপ টকাকে লওক! মানুহ জনীৰ জীৱন ৰাখক। আপোনাৰ ধৰ্ম্ম হব।

ধৰ্ম্ম! কম্পাউণ্ডাৰে ভেকাহি মাৰি কলে" ডাক্তৰে ধৰ্ম্মলৈ চাই কাম কৰিলে ডাক্তৰৰ লৰা ছোৱালী তিৰোতা নান্নং নবস্ত্ৰং হব লাগিব। ডাক্তৰি কৰিম, বানচ লম, তাৰ লগত ধৰ্ম্ম কি? টানত পৰিলে সকলোৱে ধৰ্ম্মৰ নাম লয়। ইপিনে ধৰ্ম্মৰ কাযো নাচাপে। মোৰ আগত ধৰ্ম্মৰ কথা নকবাহে দেও। বহুতো ধৰ্ম্মী লোক দেখিছোঁ। বোলো ভাল কামৰ কাৰণে এটা ফুটা কড়ি বৰঙণি দিবলৈ হাত কোচায়। ইপিনে আনৰ পৰা ধৰ্ম্মৰ সুদেমূলে আদায় কৰিব খোজে।" বুলিয়েই কম্পাউণ্ডাৰে ততালিকে সাজ পাৰ পিন্ধি দুৱাৰখন মেলি আনা কি আছে! যদিহে বেমাৰি চাব লাগে। ৰাতি নাই, দিন নাই কেৱল বেমাৰী লৈ উপস্থিত হবাহি। যেন ডাক্তৰখানাখন মাৰোৱাৰীৰ ধৰ্ম্মশালাহে।

মানুহ কেজনে উপায় নাপাই ভৰা লুইতত খেৰকুটা সহায় পোৱাৰ দৰে ততালিকে কেইটা চিকাৰূপ কম্পাউণ্ডাৰৰ জেপত গুজি দিলে। কম্পাউণ্ডাৰে দুৱাৰদলি পাৰ হৈ তুনীয়ালৈ উভতি চাই কলে "আহ তুনীয়া, তই অলপ সহায় কৰিবি।" আকৌ মানুহলৈ চাই কলে, এইকো অলপ অচৰপ পুৰস্কাৰ দিব লাগিব। তিৰোতা মানুহৰ ওচৰত তিৰোতা মানুহ নহলে সুবিধা নহব। মানুহকেজনে তুনীয়াৰ হাততো দুটকা ৰূপ দিব ধৰোতে তুনীয়াই কলে" মোক কেলেই লাগিছে! তিৰোতাজনীক বেচাৰীক অলপ সহায় কৰি ভাল কৰিব পাৰিলেই মোৰ আনন্দ।"

কম্পাউণ্ডাৰে তীক্ষ্ণ চকুৰে তুনীয়াৰ পিনে চাই কলে "আজলী আকৰী নহবি। সংসাৰত আজলিয়ে সাতুৰিব নোৱাৰে।" আকৌ মানুহকেজনলৈ চাই "দিয়া মোক দিয়া, মই তাইক পিচত দিম।

মুখত তেনেকৈ কলেও ৰূপৰ মুখ নেদেখিলে তাই সহায় শুশ্রূষা কৰাত মন নিদিব।

এই কথাত দুনীয়াই কিবা কব খুজিছিল কম্পাউণ্ডাৰে ততালিকে ডবিয়াই কলে, “বল, বল কথা কব নাজন যদি কর কিয় ?” বুলিয়েই মানুহজনে দিয়া টকা ৰূপ দুটাও তাৰ হাতত লৈ জেপত গুজিলৈ তিৰোতা থকা কুঠৰীলৈ গল। তেতিয়া তিৰোতাজনীৰ চিঞৰ, দেদাউৰীত গোটেই কুঠৰীত এটা বিষাদপূর্ণ চিত্র হৈছিল।

কম্পাউণ্ডাৰে কলে—গাহৰীৰ দৰে সন্তান জন্মাবি ইপিনে দেদা- উৰীত আকাশ পাতাল খলক লগাবি।

দুনীয়াই ভাবিলে তাই কোন “দুনীয়াত” ?

( ৬ )

তিৰোতাজনীৰ প্রসব হ'ল। মানুহ বিলাকৰ আনন্দ। সিহঁতে কম্পাউণ্ডাৰক ধন্যবাদ দি আৰু গোটাচেৰেক ৰূপ দিলে। এইবাৰ দুনীয়াই টকা হাতত ললে।

কম্পাউণ্ডাৰে কলে এতিয়া লাজ ভাঙিল হবলা !

দুনীয়াই কলে, তিৰোতাজনী ভাল পাইছে। লৰা সন্তান হৈছে। এনে সময়ত আনন্দত লোকে অলপ অচৰপ দিছে। এইয়া লোৰাত মোৰ আনন্দ।

মানুহকেজনে তাইৰ এনে জ্ঞানগর্ভ কথা শুনি আচৰিত হল। অলপ পিচতে গাড়ী আহিলত তিৰোতা, লৰা দুয়োকো তুলি সিহত আঁতৰ হল। তেতিয়া ৰাতি পুৱাল।

কম্পাউণ্ডাৰে দুনীয়াক কলে, “বুজিছ, মোৰ লগত ভালে ভালে থাকিলে বহুতো লাভ আছে। হ এই দুটকা ৰূপ ল।

দুনীয়াই সেই টকা লুবনে নলব সেই কথা ভাবোতে তাইৰ বামুৰ বেমাৰৰ অবস্থালৈ মনত পৰিল। তাই ভাবিলে এই টকাৰে ৰামুলৈ



ভাল আঙুৰ কিনি আনিব পাৰিলে সি কিজানি দুটা এটা খাব পাৰিব। ৰামুৰ কথা ভাবোতে তাই ততালিকে টকালৈ হাত মেলিলে। কম্পাউণ্ডাৰে তাইৰ হাতত টকা দিওঁতে তাইৰ কোমল হাতখনি স্পর্শ কৰাত গোটেই দেহাত যেন বিজুলী সঞ্চাৰে তপত তেজ বলে। যেন সেই তেজে বিচাৰে কিবা সোৱাদ উপভোগ। যেন সেই তেজৰ লগে লগে মেলি আছে এখন অতৃপ্তিৰ জিভা, যিহে মনত পেলাই “তোৰে দেহ যেন তিয়হৰ জালি, কেচাই খাওঁ কেচাই খাওঁ কৰে।”

যি নহওক কম্পাউণ্ডাৰে দিনৰ পোহৰত তাৰ অন্তৰৰ সকলো গুপুত আশা অন্তৰ গুহাৰ আন্ধাৰতে এৰি সংযমেৰে আঁতৰ হল। কেৱল মনে মনে ভাবিলে কটা ৰাতি নৌ পুৱাওতে প্রসব হব নোৱাৰিলে। তেনেহলে আন্ধাৰত দুনীয়াক অকলে পালে—যি নহওক দৰবে গুণ ধৰিছে। সুবিধা হলেই আগুৱাব পাৰিম। টকাৰে কোনে বশ নহয় ? আৰু দুদিন !

দুনীয়াই সেই টকালৈ ৰামুৰ কাষলৈ আহিল। ৰামু তেতিয়া সাৰ পাইছে। ৰামুয়ে সুধিলে তই ওৰে নিশাতো কত আছিলি ? চকু ইমান ৰঙা কিয় ? গোটেই নিশা কৰবাত উজাগৰে আছিলি। অলপ পৰ থমকি ৰৈ সি দুনীয়াৰ পিনে চাই কলে তোৰ শাৰীত তেজ কিয় ?

দুনীয়াই তেতিয়ালৈকে তাইৰ শাৰীৰ পিনে চোৱাই নাছিল। তিৰোতাজনীক শুশ্রূষা কৰোতে যে তাইৰ শাৰীত তেজ লাগিছিল সেইটো তাই গমকে ধৰিব নোৱাৰিছিল। তাই নামাতি থাকিল। ৰামুৱে কলে “বুজিছো,, তই ডাক্তৰখানাৰ কোনোবা বাবুৰ লগত নিশ আছিলি ! তই ইয়াৰ পৰা আঁতৰ হ।”

দুনীয়াই ৰামুৰ তেনেকথা [illegible]নি থমক খাই ৰল। ৰামুৱে আকৌ কলে মই অলপ ৰাক হলে [illegible]তাৰ দুষ্টালিৰ মজা[illegible] দিম। যা

আতৰ হ। মোৰ কাষত নাথাকিবি। হাৰামজাদী। ডুনীয়াই বামুৰ তেনে কথা শুনি তাইৰ ওপৰত যে বামুৰ সমূলি বিশ্বাস নাই এই কথা ভাবি তাইৰ খং উঠিছিল। তাই একো নকৈ গো গোৱাই খোজ ললে। অলপ গৈয়ে তাই ভাবিলে "বামুক সকলো ভাঙি কয়। অৱশ্যে তাইৰ এনে অৱস্থা দেখি বামুৰ মনত এনে সন্দেহ হোৱা একো আচৰিত নহয়।" কিন্তু তাই আকৌ ভাবিলে বাৰু আঙ্গুৰ আৰু অলপ মদকে আগেয়ে লৈ আহো। তাৰ পিচতো সকলো ভাঙিমহি। এই বুলি তাই বজাৰৰ পিনে খোজ ললে।

বামুৱে সেই বেমাৰী অবস্থাতে নানা কথা ভাবিলে। ডুনীয়াৰ ওপৰত তাৰ খঙে চুলি পালে। তিৰোতা কি ভয়ঙ্কৰ। তাতে তাই ডবিয়লি নোহোৱা অৱস্থাত। ইপিনে তাইৰ গঢ় সুন্দৰ। সি যিমানেই ভাবিছে তাৰ মন ইচাট বিচাট হল। তাৰ গাত যেন জ্বৰৰ তাপ বাঢ়িল। পুৰুষৰ আনৰ সৌন্দৰ্য্য উপভোগ কৰিবলৈ যেনে অৱস্থা তেনেকৈ নিজৰ সৌন্দৰ্য্য থকা বস্তু নষ্ট হয় বুলিও পদে পদে ভয়, সঙ্কোচ আৰু সন্দেহ। স্বাৰ্থপৰতাৰ এনে বোঁৱতী নৈ মানুহৰ মনত নিতে কেনেভাৱে বৈ গৈছে এই কথা মানুহ সমাজে জানিও নজনা ভাওধৰা দেখি আচৰিত হব লাগে। আকৌ এনে স্বাৰ্থপৰ লোকৰ মুখত ত্যাগৰ মহান আদৰ্শৰ বকলা শুনিলে কোনে আচৰিত নহব?

ডুনীয়াই বজাৰলৈ যাওঁতে দেখিলে মিউমিচিপালিটিৰ অভাৰচিয়াৰ এজন পেটুলা মাৰোৱাৰীৰ লগত কথাবতৰা কৈ আলিতে থিয় হৈ আছে।

মাৰোৱাৰী জনে কৈছে "আহক আহক ভিতৰলৈ বলক, চিগাৰেট তামোল খাই যাওক।

অভাৰ[illegible]ৰে কৈছে পিচত আহি[illegible] এতিয়া বিশেষ কাম আছে



কিন্তু তোমাৰ কামটো ভাল হোৱা নাই। চোৱা ঘৰৰ চালিখন নৰ্দ্দমাৰ খাল পাৰ হৈ আহিছে। আলি চেপি আহিছা। তলত পকী কৰিলে নৰ্দ্দমাৰ ওপৰত পৰিব।

বাবু আপুনি আছে যাতে কি ভয়? আপুনিয়েতো মালিক। আজি লৰা ছোৱালী লৈ অলপ মিঠাই লৈ যাব। আকৌ সিদিনা কোৱা বেনাৰসী চালখন কিনি থৈছো আপুনি এতিয়াই নিবনে যাওতে নিব?

সেইটো বাৰু হব। কিন্তু তোমালোকৰ অসুবিধা হব নেলাগে। মোৰো চাকৰি থাকিব লাগে। কি কোৱা?

সেইটো হয়। আপোনাৰ অমঙ্গল কৰি মই একো কৰিব নোখোজোঁ। পিচে চালিখন ভাঙি দিম নে?

অভাৰচিয়াৰ কলে, 'নাই, কৰিছা যেতিয়া ভাঙিবা কেলেই? পিছে এটা কথা, একজিকিউটিভ অফিচাৰক অলপ হাতত ৰাখিবা। ডুইহাতকৈ মাটি সোমালেও প্ৰায় একঠা মাটি চেপিছা। এই ঠাইৰ এক কঠাৰ মাটিৰ বেচতো জানাই। অন্ততঃ পাচ হাজাৰ টকা। একজিকিউটিভ অফিচাৰক দেৰশ মান কাইলৈ বাতিপুৱা দি আহিবা। কবা যে পানী যোৱা নলী কৰি দিম। আলিৰ একো অসুবিধা নহয়। আকৌ মই চাই একো অসুবিধা হোৱা নাই বুলি কোৱা বুলি কবা। বুজিছাতো বাবু। আজিকালি মানুহক হাতত ৰাখিব নোৱাৰিলে সংসাৰত চলন ফুৰণ কৰা বৰ টান কথা। এনে কথা কৈ থাকোতেই ডুনীয়াই আলিৰ আন ফালেৰে গৈছে। ডুনীয়াই আন পিনে মুখ কৰি গলেও অভাৰচিয়াৰৰ শেন চকু ডুনীয়াৰ ওপৰত পৰিছিল। কিন্তু কথা মাজতে এৰি যোৱাও বেয়া দেখি, আকৌ দুনীয়াবা কোন আলিৰে যায়, লগ পায়নে নেপায় এই দৰে মনে মনে ভাবি কথাৰ ওৰ পেলাবলৈ খপ্ ধপ্ কৰিছিল। কিন্তু মাৰোৱাৰীও কথা[illegible] লাচতে নিজস্ব সকলো স্বাৰ্থ সিদ্ধি নকৰি

এৰি দিয়া ভকত নহয়। মাৰোৱাৰীয়ে তেওঁৰ তলৰ কৰ্ম্মচাৰী এজনক মাতি পঞ্চাশ টকা আনছোন বুলি কোৱাত অভাৱচিয়াৰে বুজিছিল সেই টকা যে তেওঁৰ কাৰণে গতিকে সেই ওল নলৈ খোজ দিবলৈকো ইচ্ছা কৰা নাছিল। মুঠতে এপিনে টকাৰ জিলিমিলি আনপিনে ৰূপহ সৌন্দৰ্য্যৰ খেলিমেলিত অভাৱচেয়াৰ খন্তেক পৰি কোনটো এৰিব কোনটো ধৰিব ভাবি দোমোজাত পৰিছিল। অৱশ্যে বহুসময়ত ৰূপহ সৌন্দৰ্য্যই ৰূপৰ জিলিমিলি চেৰ পেলালেও এই সময়ত অভাৱচেয়াৰৰ পক্ষে দ্বিতীয়টোৰে জিত হৈছিল। তাৰ আন এটা কাৰণ অভাবচেয়াৰে ভাবিছিল যাওঁক ডুনীয়া, আকৌ কৰবাত লগ পাম। কিন্তু মাৰোৱাৰীৰ টকা হাত এৰাও হব পাৰে। কিয়নো একজিকিউটিভ অফিচাৰৰ মন পালে তেওঁৰ পিনে ভয় নাৰাখিবও পাৰে। অভাৱচিয়াৰে আকৌ ভালকৈ জানে এওঁ ঠেকত পৰিলে সকলো কৰিব পাৰে, কিন্তু বিপদ ওৰ পৰিলে এওঁৰ কোনে কাষ চাপিব পাৰে? যি নহওক টকা কেইটা পায়ে অভাৱচিয়াৰে ততালিকে বাইচাইকেলত উঠিল, আৰু কলে, মই এতিয়া আহো, আহোতে সোমাম। জলদী কাম আছে।

বাইচাইকেলত উঠি ইপিনে সিপিনে চাই কোন পিনে ডুনীয়া গল, লগ নেপায় মনতো কেনেবা কেনেবা কৰি বেগাই বজাৰৰ পিনে গতি কৰিলে।

অভাবচিয়াৰে বজাৰ সোমাই ইপিনে সিপিনে ডুনীয়াক কতো দেখা নেপাই বেজাৰ মনেৰে মাছ বজাৰত সোমাল। মাছ বজাৰৰ ইমূৰৰ পৰা সি মুৰলৈ ঘূৰি মাজে মাজে পোহাৰী সকলৰ মাছ চাই এইটো বেয়া, এইয়া গেলা মাছ কিয় আনিছ?" বুলি চকু ঘোপা কৰাত পোহাৰীয়ে আচল কথা তং কৰিব পাৰি কলে "দৌতা" খাবলৈ নোপোৱাক তেতিয়াই কওঁ দৌতাৰ ভাইলৈ এটা মাছলৈ যাওঁক। তাৰ কটাৰ পো ঢেকেৰীৰ সময়েই না। দৌতাই এই খৰীয়া



মাছতো বাইচাইকেলত বান্ধি নিবনে? আজি কেবাদিনো বেটিয়ে দৌতাৰ ঘৰ মুৱাও হব পাৰা নাই। আই ভালে আছেনে?

অ' ভালে আছে। তই খবৰ বাতৰিয়ে নলৱ।

কি কব বেটীয়ে যাও যাও বুলি সময়ে কৰিব পাৰা নাই।

বাৰু যাবি যাবি। খৰিয়াটোৰ বাকলি গুচাই দে।

দিওঁ। দেউতাকনো এনেয়ে দিব পাৰোনে? বুলি মিথখন লৈ ততাতৈয়াকৈ এটা ডাঙৰ খৰিয়াৰ বাকলি গুচাই অভাৱচিয়াৰৰ চাইকেলত বান্ধি দিলে।

অভাৱচিয়াৰে হাঁহি মাৰি গেলা মাছ নানিবি, ততাতৈয়াকৈ সেইবোৰ বেচ বুলি আঁতৰ হল। বজাৰৰ পছলি মুখ পাৰ হব ধৰোতেই তেওঁ দেখিলে ডুনীয়াই সেইপিনে বেগাই খোজ লৰ ধৰিছে।

"ডুনীয়ানে? আজি কালি ক'ত? কাম কৰিবি জানো? ডুনীয়াই কলে নকৰো, মই আস্পাতালত কাম কৰো।

কিমান টকা পাব?

দেৰ কুৰি ৰূপ।

অভাৱচিয়াৰে ডুনীয়া হাতৰ পৰা সৰকি যোৱা দেখি আকৌ তাতকৈ বেচি টকা মিউনিচিপালিটিৰ পৰা দিব নোৱাৰা অৱস্থা জানি উপাই নাপাই কলে "বাৰু ভালেই কৰিছ। কাম ভালকৈ কৰিবি।" বুলিয়েই চাইকেল অলপ বেগাই চলাই তাইৰ নিচেই ওচৰ চাপিল। তেওঁ কলে বুজিছ ডুনীয়া তই আমাৰ পৰা কাম এৰিলেও তোক কিন্তু মনে মনে বৰ মৰম কৰিছিলোঁ। লাহে লাহে তোৰ দৰমহা বঢ়াই দিলোহেঁতেন। কিন্তু মাজেসময়ে আমাৰ ঘৰলৈ যাবি ঔ। আমাৰ ঘৰত কাম আছে। বাহিৰাকৈ অলপ অচৰপ পাবি।

ডাক্তৰখানাতে বাহিৰা পাই-পইচা আছে। আন ঠাইলৈ যাবলৈ সময় নাই।

অভাৰচিয়াৰে সেই পিনেও তাইক সেও মনাব নোৱাৰি কলে তোৰ ৰামু কেনে হৈছে ?

অলপ ভাল পাইছে।

অ' সি ভাল হলে মোৰ ওচৰলৈ পঠিয়াবি। তাক মই কাম দিম। সি বৰ ভাল লৰা ঔ। কামো ভাল কৰিব পাৰে।

দুনীয়াই কলে "ভাল হওকছোন বাৰু।" যি নহওক দুনীয়াই সেই কেইদিনত মিউনিচিপালিটিৰ কাম কৰি তাইৰ মন ভালকৈ টেঙাইছে। তাইৰ ভাব ৰামু ভাল হলে ডাক্তৰখানাতে এটা কামৰ যোগাৰ কৰি দুয়ো একেলগে তাতে কাম কৰিব। কিয়নো দৰমহা বা ডাক্তৰ আদিৰ স্বভাব যেনে নহওক তাইৰ মনত সন্তোষ যে বিপদত পৰা লোকক সময়মতে তাই অলপ সহায় কৰিব পাৰে।

অভাৰচিয়াৰে দুনীয়াই কি উত্তৰ দিয়ে ভাবি যাওঁতেই তাই ঘপহ কৰি কলে সি ভাল হলে ডাক্তাৰখানাতে কামৰ যোগাৰ হব। তাত দৰমহাও বেচি, মানুহৰ উপকাৰো কৰিব পাৰি।

অভাৰচিয়াৰে কলে "মানুহৰ ময়লা পেলোৱাতকৈ আন কি উপকাৰ ডাঙৰ হব পাৰে ঔ।"

"সেইটো হয়। কিন্তু মানুহৰ ময়লাতকৈ মানুহৰ মনৰ মলিনতা বেচি ভয় লগা। "ময়লা দূৰ কৰিব পাৰি, কিন্তু মনৰ মলিনতা পোৰা কলা অঙঠাৰ স্বৰূপ, এশবাৰ ধুলেও নিকা কৰিব নোৱাৰি। বাবু আপোনালোক দেখাতহে চিকোন, সাজপাৰ নিৰ্ম্মল, কিন্তু আপনালোকৰ অন্তৰ একোখন নৰকৰ ৰাজ্য।"

অভাৰচিয়াৰে তাই কেনি আঙুলিয়াইছে তত ধৰিব পাৰি আৰু মাজ আলিবাটত বেচি কথা কবলৈ সাহ নকৰি চাইকেলত উঠি বেগাই খোজ ললে।

দুনীয়াই আঙুৰ, ডালিম আৰু মদ অলপ লৈ ডাক্তৰখানা পালেহি। তাইৰ মনত আনন্দ তা[illegible] যে মুখ ফুটাই দুখাৰ অভাৰ-



চিয়াৰক শুনাব পাৰিলে, আকৌ ৰামুৰ কাৰণে নিজে উপাৰ্জ্জন কৰা টকাৰে অলপ অচৰপ খাবৰ বস্তু আনিব পাৰিছে।

( ৭ )

তই আনা বস্তু মই নাখাওঁ।

কিয় ?

তই "বেজাইতি" কৰিবি আৰু মোৰ কাষ চাপিবলৈ সাহ কৰিছ ? লাজহুকম কি বস্তু, সতীত্ব কি তাৰ মোল নুবুজ !

লাজহুকম, সতীত্বৰ জানো জগতে মুল্য দিয়ে ?

কিয় নিদিব ? কাৰ তিৰোতাই তোৰ দৰে দেখা শুনাকৈ এনে কাম কৰিছে ? তোৰ এনে কাম দেখি কোনে ভাল বুলিব ?

ভাল নুবুলিব পাৰে কিন্তু মানুহে যদি তিৰোতাৰ লাজ-হুকম, সতীত্বৰ মুল্য দিলেহেতেন তেন্তে দুখীয়া, সুখীয়া সকলোৱে পৰৰ তিৰোতা দেখিলে বেয়া চকুৰে চাই কিয় ? নানা তৰহৰ উপায় পাঙি তিৰোতাৰ লাজহুকম নষ্ট কৰিব খোজে কিয় ? কিন্তু নিজৰ বেলিকা ডাঙৰ সৰু সকলো লোকেই লাজহুকম আৰু কত কথাৰ জাল তৰি নিজৰ তিৰোতাক ভয়, প্ৰলোভন, প্ৰভূত্বৰে বশ কৰি ৰাখিব খোজে ?

তই দূৰলৈ যা। মোৰ কাষ নাচাপিবি। তোক দেখিলেও পাপ !

মই কি কৰিলো ?

তই নিজেই ভাবি চা। আমি দুখীয়া হলেও, খাব নোপোৱা ভিকহু হলেও লাজহুকম আছে। মই ভালে থকাত তোক ঘৰৰ বাহিৰ হব দিয়া নাছিলো[illegible] কিন্তু এই কেইদিনতে তই দুৱাৰ দাং

নোহোৱাৰ দৰে মোৰ আগতে বেশ্যালি কৰিছ। আকৌ তেনে অৱস্থাতে মোৰ কাষ চাপিছহি।

কোনে কলে মই তেনে কৰিছো বুলি?

তোৰ চকুৱে কয়, মোৰ মনে বুজি পায়। তই ওৱে নিশা পৰৰ লগত থাকি, তেজলগা কাপোৰৰ সৈতে মোৰ কাষ চাপিছ। আকৌ মোৰ আগতে ফাকটি দিব খোজ।

মই যে ডাক্তাৰখানাত কাম কৰিছোঁ।

তোৰ মূৰ কৰিছ?

নাই ৰামু তই ভুল নুবুজিবি। মই একো অন্যায় পথত গতি কৰা নাই। অৱশ্যে মই দুনীয়াৰ বেয়া শেন চকুজোৰ পদে পদে অনুভৱ কৰিছো সঁচা, এই দিন চেবেকতে সংসাৰৰ মেৰপাকবোৰে মোক মেৰিয়াই ধৰিছে সঁচা কিন্তু মই এৰি পলুৰ দৰে লেতাত মেৰ খোৱা নাই। মোক বিশ্বাস কৰ। গল নিশা এই আস্পাতালতে এজনী প্ৰসূতি হোৱা তিৰোতা আহিছিল। মই তেওঁক শুশ্ৰূষা কৰোতে কাপোৰত এনেকৈ তেজ লাগিছে। তই এনে বেয়া কথা-বোৰ নাভাবিবি। তই তেনেবোৰ ভাব এৰি সোনকালে বাক হ। আমি দুয়ো আগৌ আগৰদৰে বস্তিতে থাকিম।

ৰামুৱে দুনীয়াৰ মুখলৈ চাই থাকিল। অলপ পিচতে সি নিজে নিজে কলে "দুখীয়াৰ লাজদুকম! দুখীয়াৰ তিৰোতাৰ আকৌ সৎ অসৎ থকা ভাব।" এই বুলিয়েই সি আনফালে কাটি কৰিলে। সেইসময়ত তাৰ দুচকুত আপোনা আপুনি চকুলো বৈ আহিছিল। দুনীয়াই তাৰ ভৰিৰ কাষত বহি ভৰি পিটিকি আছিল। দুনীয়াৰ চকুত পৰা নাছিল তাৰ দুধাৰ তপত লোৰ তীব্ৰতা! কিন্তু জগতত কোনো কোনো সময়ত মিছায়ে দুখ শোকৰ সৃষ্টি কৰি মন উতলা কৰা বা সেই উতলা ভাবৰ তাপত পুৰি দেই মৰা ক্ষুদ্ৰ মানৱৰ ক্ষুদ্ৰতা তাত সন্দেহ নাই। যদিও মানু ভাবে জগতৰ আটাই



প্ৰাণীতকৈ শ্ৰেষ্ঠ জীৱ তেওঁলোকৰ বিবেক বুদ্ধি বেচি। কিন্তু মানুহৰ মৌলিক ভাব যে পদে পদে ভুলৰ দুল জুঙৰ বাটেৰে ৰায় সেইটো অহঙ্কাৰী মানুহে ভাবিবই নোৱাৰে।

যিনহওক প্ৰায় দুদিনলৈ ৰামুৱে দুনীয়াক ভালকৈ মতা নাছিল বা তাই দিয়া বস্তুবোৰ খালেও তাৰ যেন সেইবোৰ গ্ৰহণ কৰাত সমূলি অনিচ্ছা সেইটো ভাব প্ৰকাশ কৰিছিল।

কিন্তু দুনীয়াই যিখিনি পৰ তাৰ কাষত থাকে তাৰ আলপৈচান ধৰিছিল, শুশ্ৰূষা কৰিছিল। আকৌ ডাক্তাৰখানাৰ কামৰ সময়ত তাইৰ কামত হাজিৰ হৈছিল। অৱশ্যে ৰামুৱে সেইটো আনধৰণেহে ধৰি লৈছিল। কিন্তু বেচেৰাই কি কৰিব? তাৰ দুৰ্ব্বল অৱস্থা, তাৰ অভাৱ অনাটন সকলো কথা তল পেলাই 'ঈশ্বৰৰ ইচ্ছাতে সকলো ঘটে" বুলি উতলা মনক সান্ত্বনা দিছিল। আকৌ দুনীয়াই আনা দুই এটোপা মদ পিবলৈ পাই কেতিয়াবা কেতিয়াবা সি ভাবিছিল "তাই বপুৰীৰ বা দোষেই কি, তাইতো খাব লাগিব, মোকোতো খুৱাৰ লাগিব। সংসাৰত যেনেতেনে প্ৰৱৰ্ত্তন কৰিব লাগিব। ভাল উপায়ে হওঁক বা বেয়া উপায়ে হওঁক।" কিন্তু মানুহে সংসাৰত কেৱল জীয়াই থকাটোকে কিয় মুখ্য উদ্দেশ্য কৰে, সেইটোৰ কাৰণে কত মিছা সঁচা সজ অসজ পথ লয় সেইটোহে আচৰিত কথা, যদিও মানুহে জানে এদিন তেওঁলোকৰ মৃত্যু হবই। যদি মানুহে প্ৰত্যেকে ভাবিলেহেতেন যি কেইদিন জীয়াই আছো সজ পথত চলো, কাকো অন্যায় নকৰো, অন্যায় আচৰণ নকৰো, হিংসাহিংসি নকৰো তেন্তে সংসাৰখন এনে মাছ ভজা খোলা নহলহেতেন বা ঘনে ঘনে ধৰ্ম্ম শান্তিৰ বাণী, 'ঋন থাক্ তাধেই দাদাও, তাৎ তাও খিতি দাও, তা তা, তাও" বুলি খোলৰ বোল তুলিব নালাগিলহেতেন। কিন্তু বোল দিলে কি হব যীশুখ্ৰীষ্ট, মহম্মদ, বুদ্ধ আহিব যাব, গান্ধীয়েও "গালো বালো খেলা গুটিৰ তাল" বুলি বুৰ মাৰিব কিন্তু

গৰুৰ আগত টোকাৰি বায় গৰুৱে মূৰ গুজি ঘাহ খায়। সংসাৰ নাচনীয়ে সেই বোলৰ তালে তালে নাচিলেহে। এনে সংসাৰত গৰুৱে নিতৌ অৰিয়াঅৰি, হিংসাহিংসি, চুলিয়াচুলি, খিয়লাখিয়লি, কটাকটি মাৰামাৰি কৰিবই আকৌ ভয়, সঙ্কোচ, সন্দেহৰ উহা চাউল মন আখাঁলত সিজাই ভক্ ভক্নি তুলিব, তাত সন্দেহ নাই। কেৱল ধৰ্ম্মৰবাণী, শান্তি বানীয়ে অলপ পৰ সেই ভক্ভকনি কমাইহে ৰাখিবপাৰে বা ফোৰোহাৰ চেকচেকনিত গছ পাত থেতেলিয়াই লেপনি দি শাঁত হে কৰিব পাৰে। কিন্তু অলপ পিছতে ভিতৰৰ আচল তাপ উঠি তেনে চেক্চেকনি ভক্ভকনি দুগুনেহে চৰে। এয়ে আচল সংসাৰৰ ৰূপ। ধৰ্ম্ম, শান্তি, নীতিবাদ মাথো ক্ষন্তেকীয়া লেপ। তথাপিও এনে সাত হাতীৰ বল থকা সংসাৰখন আকাশত চাংপতা আদৰ্শবাদী দুই এজনে লেজু লগাই বল দি আনপিনে উজাই নিব খোজে। সেয়েহে হাহি উঠে।

( ৮ )

দ'লৰ বন্ধত কম্পাউণ্ডাৰে নিজৰ গাওঁলৈ গৈছে। গাওঁখনি এখন নৈৰ পাৰত। আবেলি মাৰ যোৱা ৰাঙলী বেলিৰ ৰহনত হালিজালি থকা শুৱনী ধাননীয়ে এখনি অপৰূপ ৰূপ ধৰে। সেইবুলি সেই গাওঁৰ বাৰমাহত তেৰটা আপালিৰ অন্ত নাই। কেতিয়াবা বানপানীয়ে ধুই পখালি শ্যামল ধাননিৰ ঠাইত ইৰিণা বিৰিণা নাইবা বিহলঙনীৰ ঠাই কৰি থয়। কেতিয়াবা কেতিয়াবা মাউৰ মৰক বা জাবৰ কঁপনিয়ে গাৱলীয়া সকলৰ চুৰ্ত্তি বুদ্ধি হেকৰায়। কেতিয়াবা দুৰ্ভিক্ষ আকালে ছালচিগা গাৱলীয়াৰ হাড়কেইডালো জক্জক্কৈ উলিয়াই কৰিব কল্পনাৰ ৰাঁৰ বিকট মূৰ্ত্তি দেখুৱাই ভয় খুৱায়। মান্ধাতাৰ যুগৰ গাওঁ বা গাঁৱলীয়া আজিও একে অৱস্থাতে



আছে। সেই ধেণু ভেবীয়া নাঙল কুৰ, বুঢ়া হালোৱা, সেই মাটি কেই হালিছা আজিও গাৱঁলীয়াৰ সম্পত্তি। বৰং সেইবোৰ বংশানু-ক্ৰমে ভাগ বতৰা হৈ প্ৰত্যেক গাৱঁলীয়াৰ ভাগত নাঙল ঘূৰাবলৈকো মাটি নোহোৱা হৈছে। বিদেশী শাসনৰ তলত গাৰে গা টঙাই উঠিব নোৱাৰিলে। কিন্তু স্বাধীন যুগতো ইয়াৰ সালসলনি কৰিবলৈ উপায় হোৱা নাই। আলি পদুলি সেই অতীত যুগৰে আঁচনি। জুপুৰি ঘৰ কেইটাও খেৰ-বাহৰ অভাৱত দিনকদিনে জুৰলাজুপুৰাহে হৈছে। খাজনাৰ দায়ত, বস্ত্ৰ বাহানিৰ চৰা দৰত, ঋণৰ চেপাত গাৱলীয়াই ত্ৰাহি মধুসূদন চিন্তিব ধৰিছে। দুই এজন শিক্ষিত হৈ ওলালেও গাৱলীয়াৰ ধুকি নোপোৱা চাঙত উঠি থাকে। আকৌ সেই শিক্ষাইটো গাৱলীয়াৰ একো সহায়ে নহয় বৰং গাৱঁৰ দুখীয়া কেগৰাকীয়ে শিক্ষিতৰ পাকচক্ৰত পৰি সাতামপুৰুষৰে পৰা খাই অহা মাটি কেদৰাও তেওঁলোকৰ নামত লিখি দিবলগীয়াত পৰিছে। শিক্ষাই যদি শিক্ষিতক চহা গাৱলীয়াৰ ওপৰত প্ৰভুত্ব চলাবলৈ নিশিকায় তেন্তে শিক্ষাৰ অৰ্থ কি? সেই শিক্ষিতদলে নগৰৰ বা বিদেশৰ শিক্ষিতৰ লগত ফেৰপাতিব নোৱাৰি পিচ দুহুকি নিজৰ জাতি ভাই কুটুম চহা দলৰ ওপৰত শিক্ষাৰ প্ৰভাৱ দেখুৱাই গাৱলীয়াক পেপুৱা নলগাই কি কৰিব? তদুপৰি শিক্ষাৰ এনেহে আচনি যিহে শিক্ষিত দলক কৰ্ম্মপটু, কামিলা নকৰি পৰৰ ওপৰত ঠেং তুলি খোৱা অৱস্থাহে গঢ়ি তোলে। যি নহওক আমাৰ কম্পাউণ্ডাৰে তেনে শিক্ষিত দলৰে এজন। তেওঁ অলপ অচৰপ ইংৰাজী, বঙলা, অসমীয়া শিক্ষা আহৰণ কৰি লগে লগে কোট-পেণ্টলুন পিন্ধি গাৱ-লীয়াৰ মাজত জাকত জিলিকা। গাৱলীয়া তিৰোতা সমাজৰ মাজত চাবলগীয়া, ভাবিব লগীয়া জন্তু। গাভৰু সকলৰ মাজত কথা বতৰাৰ উপাদান। বিশেষকৈ তেওঁৰ ডাক্তৰী-বিদ্যাত অলপ হাত থকাৰ কাৰণে গাৱলীয়াৰ আপ‌্লিত অলপ অচৰপ দৰৱ বিলাই দুটা

এটা আস্পতালৰ পৰা নিয়া কুইনান বড়ি, দুটোপা এটোপা তিনচাৰ-আওদিন দিব পাৰা কাৰণে গাৱলীয়াসকলৰ ভিতৰ ঘৰলৈ বাট পাইছে।

ধনীৰাম সেই গাৱঁৰে এজন চহকী মানুহ। তেওঁৰ ঘৰৰ হাউলী বৰ ডাঙৰ। বৰ ঘৰ, মাৰলী ঘৰ, ঢেকিশাল, ৰান্ধনীঘৰ, ভৰালঘৰ, গোসাইঘৰ, গোহালীঘৰ, সকলোটিয়ে ভিতৰ চোতাল শোভা কৰি আছে। সমুখৰ চোতালত চৰাঘৰটো জাকতজিলিকা। আগ চোতালখন বৰ ডাঙৰ। তাত গছি ধান মাৰিবলৈ মাৰণৰ গৰু ঘূৰায়। সময়ে সময়ে তাত ডাঙৰ মেল বহে। কাজকৰমৰ সময়ত ধূলীয়া খুলীয়া আদিয়ে ঢোল ডগৰ কোবাই গোটেই গাওঁ খলক লগায়। ওপৰত পদুম ফুল থকা ডাঙৰ চাইমনা তৰি বিয়া সবাহে ভদ্রলোক-সকলক সেই ৰভাৰ তলত অভ্যৰ্থনা কৰে।

আলহী অতিথি ধনীৰামৰ ঘৰত নিতৌ আছেই। বিশেষকৈ পুলিচ, ৰাজঘৰীয়া, টেকেলা, দাৰোগা, সময়ে সময়ে চবডেপুটি আদিয়ে কোনো কামত গাঁৱলৈ আহিলে ধনীৰামৰ ঘৰতে আলহী হয়। ধনীৰামে আনলোকক আলহী পোৱাতকৈ এনেলোক সকলক আলহী স্বৰূপে পালে বেচি আনন্দ পায়। কিয়নো তাৰ কাৰণ দুটা। প্ৰথমটো কাৰণ তেওঁ সেইবোৰক দেখুৱাই গাঁৱলীয়াসকলৰ ওপৰত বেচি প্ৰভুত্ব কৰা, দ্বিতীয়টো কাৰণ সি সেইবোৰক হাতত লৈ বহুতো সুবিধা অধিকাৰ কৰা। যেনে চবডেপুটিৰ পৰা কবুলাদি মাটিত নাম লগাই লোৱা, তাৰ কোনোবা শত্ৰু থাকিলে বা তাৰ আগত কেৰে মহতালি কৰিব যেন দেখিলে সেইটো মূলতে নষ্ট কৰিবলৈ দাৰোগাৰ হতুৱাই মিছা হলেও সিহঁতক চোৰ বা ডকাইতি মোকৰ্দ্দমাৰ আচামী কৰাই দিনচেৰেক জেলত সুমুৱাই থোৱা। আকৌ সিহঁতৰে সহায় হৈ তেওঁৰ মহতালি দেখুৱাই জামিনত খালাচ কৰি আনি সিহঁতৰ বন্ধুতকৈও ডাঙৰ বন্ধু হোৱা। টেকেলাৰ দ্বাৰা সি অতি সহজতে কোনো মাটিৰ দখল পোৱা নাইবা পৰোয়ানা যালৈ আহিছে সেই পৰোৱানা সেইলোকক নিদি ঘৰত মালিকক নাপাই লটকাইজাৰী কৰা বুলি ধনীৰামৰ ঘৰতে লিখি মাটিবাৰী ধনৰ সুবিধা দি ধনীৰামৰ পৰা অলপ ওল লৈ উভতি অহা।



যিনহওঁক ধনীৰাম গাৱঁৰ এজন জনাজাত লোক। আনকি কাউন্সিলৰ ভোটৰ সময়তো মেম্বৰ সকলে ধনীৰামক ডাঙৰ নকৰি নোৱাৰে। বা তেওঁৰ পৰা অনুগ্ৰহলৈ আশা নকৰি নোৱাৰে। প্ৰায় এমাহ আগৰে পৰা ধনীৰামৰ গাৰ তত নোহোৱা হয়। ইয়াৰ লগত ভোটৰ কথাকৈ তাৰ লগত ভোটৰ মাছ পুঠি ধুই, আকৌ ইটো মেম্বৰক ঘৰত ঠাই দি আলপৈচান ধৰি, সিটোৰ লগত কথা বতৰা পাতি কত ধৰণে ভোটৰ মাহতলীত ব্যস্ত থাকে সেইবোৰ ভাঙিব গলে এহালিছা লিখিও শেষ কৰা টান হব। আমাৰ কম্পাউণ্ডাৰ ঘৰলৈ আহিলে ধনীৰামৰ ঘৰ এবাৰ নামাৰি নাথাকে।

কি নবীন দেখোহে।

হয় আজি আহিছোঁ।

অ ভালেই হৈছে। এটা কথাহে মোৰ ডাঙৰ ছোৱালীজনীৰ ভৰি এখন মচ্‌কা খাই আজি কেবাদিনো পৰি আছে। কত কি দিছো একোতে ভাল পোৱা নাই। তুমি এবাৰ চোৱাছোন। যোৱা ভিতৰলৈ যোৱা। ঔ গিৰিহঁতনী এ নবীন আহিছে হে। তেওঁক মাধুৰীক চাব দিয়াছোন। অলপ জলপানৰো দিহা কৰিবা। বেচেৰা বহুদিনৰ মুৰত আহিছে। আজিকালি কাম বৰ বেচি নেকি? গাৱৰ পিনে দেখো বৰ কম আহা।

ছুটিয়ে পোৱা টান। তাতে আস্পতালত ৰোগীৰ সংখ্যা বহুতো। মই নহলে আকৌ আন কেইজনে ক'ত কি কৰিব লাগে উৱাদিহে নাপাই। আনকি নতুন ডাক্তৰ বিলাকে কেৱল 'পাচ' কৰিহে আহে কিন্তু আমাৰ সমানে নাজানে।

সেইটো হবই। কিয়নো তোমালোকৰ অভিজ্ঞতা আৰু তেওঁ-লোকৰ মুখস্থ বিদ্যাৰ পাৰ্থক্য আছে। যোৱা, ভিতৰলৈ যোৱা। মাধুৰীক চাই চিন্তি কি কৰিব লাগে অলপ দিহা বতৰা দিয়াগৈ।

কম্পাউণ্ডাৰ নবীনে ৰৰঘৰ পালেগৈ। ধনীৰামৰ ঘৈনীয়েকে তেওঁক আদৰ সাদৰ কৈ মাতি নি ভিতৰ কুঠৰীত থকা মাধুৰীৰ কাষ পোৱালে। লিগীৰী ৰতাহীক কলে অলপ চাহপানী কৰ, ডাক্তাৰবাবু দুপৰীয়া আহিছে পিয়াহ লাগিছে। দুখনমান লুচিও কৰিবি। কম্পাউণ্ডাৰ গাৱঁত "ডাক্তাৰবাবু" হিচাবে জনাজাত। আগতে অসমীয়াৰ ঘৰত আঠা দৈ, সোন্দা কল, কুহিয়াৰৰ মিঠৈৰে চিৰা সান্দহ, গুৰা সান্দহ, কোমল চাউল বা কৰে ভাজা গুৰা বা লেও দিয়া পিঠা গুৰি আদিৰে পেটভৰা জা-জলপানৰ দিহা থাকিলেও আজিকালি সময়ৰ সলনিৰ লগে লগে সেইবোৰ লোপ পাইছে। আজিকালি বঙলুৱা ঠাচত ততালিকে পানী তপত কৰি চাহপানী আৰু দুই এখন লুচিৰে আলহী সোধাত পৰিছে। এই অনুকৰণতো সমূলি বেয়া হলেও অসমীয়াই নুবুজি সেইটোকে ভালবুলি গ্ৰহণ কৰিছে। ভাল অনুকৰণ শ্ৰেয়, কিন্তু বেয়া অনুকৰণ ভদ্ৰতাৰ নামত গ্ৰহণ কৰা ঘৃননীয়। কিন্তু বৃটিচৰ শাসনৰ লগে লগে অসমীয়াই কেৱল ৰাজনীতি ক্ষেত্ৰতে স্বাধীনতা হেৰুৱালে এনে নহয়, বৃটিচৰ লগে লগে আহা ভৈয়াইহঁতে অসমীয়াৰ কৃষ্টি, সাহিত্য, ভাষা আনকি দেহ পুষ্টি খাদ্যও হৰণ কৰি অসমীয়াক সঁচাকৈ ভূত কৰি গঢ়িলে। কিন্তু এসময়ত অসমীয়া খাদ্যই অসমীয়া জাতিক বলী, সাহসী কৰ্ম্মী কৰি তুলিছিল। চেৰেলা বিদেশীৰ অনুকৰণত অসমীয়া খাদ্যই ভদ্ৰ আসন অধিকাৰ কৰি পিত্ত, কফ, বায়ু প্ৰবল কৰা চাহপানীত পৰিণত হৈ অসমীয়াৰ দেহ মন সমূলি দুৰ্ব্বল কৰি তুলিছে। অসমীয়াই নাজানে যে এনে খাদ্য ভাৰতৰ আটাইবোৰ প্ৰদেশতকৈ পুষ্টিকাৰক হিচাবে অতি [illegible]লখাপৰ। অসমীয়াৰ প্ৰত্যেক



আঞ্জাৰ উপাদান হেলেচিশাক, কল-ফুল, কলডিল, পচলা, নেঠেঙা হাহঠেঙা, নৰসিং, পচতীয়া, অমিতা, কলম আদি একোবিধ দৰবৰ দৰে ব্যৱহাৰ হৈছিল। দেহাৰ সবলতা অনাৰ লগে লগে জিভাৰ তৃপ্তিও পূৰণ কৰিছিল। লগে লগে মূকলি মুৰীয়া বতাহ শ্যামল ধাননী পথাৰত কৰা পৰিশ্ৰমে অসমীয়া তিৰোতা মতাক এটা বলী জাতি কৰি ৰাখিছিল। তদুপৰিও স্বাধীন মন, স্বাধীন গতিত অসমীয়াৰ প্ৰত্যেক খোজতে শৌৰ্য্য, বীৰ্য্য, সাহসৰ চিনাকি দিছিল। কিন্তু সেইবোৰ লোপ পালে স্বাধীনতাৰ লগে লগে আকৌ অন্ধ অনুকৰণৰ ফলত। অসমীয়া তিৰোতাই সকলো পাহৰিলে। আনকি কেচুৱা, পোনা প্ৰতিপাল কৰি ডাঙৰদীঘল কৰিবলৈ সকলো-পিনে তেওঁলোকে আলম লব লাগিল ডাক্তৰ কবিৰাজৰ ওপৰত।

কম্পাউণ্ডাৰে মাধুৰীৰ ভৰি লাৰি চাই লগে লগে মাধুৰীৰ মধুৰ মুখখনি চাই অলপ পৰ ৰ লাগি ৰ'ল। মাধুৰি তেতিয়া বেমাৰ অৱস্থাত পৰি থকাৰ কাৰণে গা তিওৱা নাছিল আকৌ মূৰৰ কলা চুলি টাঁৰত তেলো ঘঁহা নাছিল যদিও সেই শুকান চুলি তেওঁৰ বাঙলি গালৰ কাষত আউলি বাউলী হৈ পৰি এখন মধুৰ ছবিৰ সৃষ্টি কৰিছিল। কম্পাউণ্ডাৰৰ ইচ্ছা হৈছিল যেন সেই মধুৰ মুখত এবাৰ এটা চুমা খাই আনন্দ উপভোগ কৰে। কিন্তু আন মানুহ আগত থকাত তেওঁৰ সেই ভাব পূৰণ কৰিবলৈ সাহ নহৈছিল। মনতে উতলি অহা ভাব মনতে ভক্‌ভক্‌কৈ মাৰ গৈছিল। কিন্তু তেওঁৰ গোটেই শৰীৰত এটা তপত তেজৰ প্ৰবাহ বিজুলী গতিত বৈ গৈছিল। কিয়নো মানুহৰ মাংস, মানুহৰ তেজে বিচাৰে মানুহৰ মাংস আৰু তেজ। এই স্পৃহাৰ বা লালসা ৰাক্ষস-স্বভাৱ নহলেও ইও যেন নেদেখা ভাবে মানুহৰ মনৰ এটা ৰাক্ষসিনী স্বভাৱ। কোমল মাংস, তপত তেজত ৰাক্ষসৰ তৃপ্তি। মানুহৰ অন্তৰত যেন সেই তৃপ্তি নেদেখা স্বৰূপে সদাই লুকাই আছে। সেয়ে কোমল

মাংস বাঙলী গাল, সুন্দৰ গঢ় দেখিলে মানুহৰ অন্তৰত লুকাই থকা সেই ৰাক্ষসিনী স্বভাৱে লহলহকৈ জিভা মেলি উঠে। কম্পাউণ্ডাৰে যি নহওক সেই ৰাঙলী গালত তাৰ পাশবিক চুমা দিব নোৱাৰিলেও সি গাৰ তাপ চোৱাৰ ছলত মাধুৰীৰ কোমল কপাল, লাহে কৈ ৰাঙলী গালো হাতেৰে স্পৰ্শ কৰি সি যেন স্বৰ্গীয় সুখ উপভোগ কৰিলে। হায়, মানুহৰ কি ক্ষুদ্ৰ মন।

কম্পাউণ্ডাৰে কলে "থাৰমোমিটাৰটো এৰি আহি ভুল কৰিলোঁ। হওঁক বাৰু বুঝিছো অলপ জ্বৰ আছে। কিন্তু ভয় নাই। সেইবোৰ বাৰভচহু জাবৰ ভৰিত বান্ধিছে কেলৈ। সেইবোৰ ধুই পেলাওক। মই এতিয়াই ভাল দৰব দিম। সেইবোৰ আপচু বস্তুৱে ভাল কৰক ছাৰি আকৌ নতুন আপালিহে কৰিব। গৰল লাগিব লাগিলে সাঙ্ঘাতিক হব। আজিকালিও গাৱলীয়া সকলে কি ভাল কি বেয়া নুবুজিলে। তপত পানী আনি সেইবোৰ ধুই পেলাওক।

কথামতে কাম। তপত পানীতে সেইবোৰ ধুই পখালি ভৰিখন নিকা কৰিলে। কম্পাউণ্ডাৰৰ সৰ্ব্বঢাক দৰব "তিনচাৰ আইদিন" তেতিয়াই মোনাৰ পৰা উলিয়াই ভৰিত সানি দিলে। কিন্তু সি নাজানে যে অসমীয়াৰ এনে কিছুমান বস্তু আছিল যিহে শত তিনচাৰ আইদিনৰ গুণতকৈ বেচিগুণ দিছিল। কালৰ গৰ্ভত সেইবোৰ অসমীয়াৰ অজ্ঞানতাৰ কাৰণে কত লুকাই পৰিল। তদুপৰিও বিজ্ঞানৰ চকমকনিত সভ্যতাৰ জিলিমিলিত পাহৰিলে এদাল কটা খুতৰাৰে কেনেকৈ সমূলি গড়ল নলগাকৈ ডাঙৰ ডাঙৰ ফোৰা আদিও পকাই মুহূৰ্ত্তত ভাল কৰিব পাৰিছিল। এদাল হাৰজোৰা লতাৰে ভঙা চিঙা হাড়ো জোৰা লগাই আয়ুৰ্ব্বেদৰ জয় ঘোষণা কৰিব পাৰিছিল। কিন্তু কালৰ সোঁতত সেইবোৰ উটিবুৰি গৈ বিজ্ঞানৰ ধ্বংশলীলাৰ গৌৰৱত আজি সবেও আপোন পাহৰা। কিন্তু আজিৰ ডাক্তৰী বিদ্যাই জানে নাক কাটিব, কাণ কাটিব, ভৰি হাত কাটিব। নাজানে সেইবোৰ নকটাকৈ



আকৌ ভাল কৰি তোলাৰ অৱস্থা। সৃষ্টি ধ্বংশৰ নিমিত্তে বিজ্ঞানে যেনে সৃষ্টি কৰিছে এটমিক বোমা আকৌ মানুহৰ হাত পাৱ, নাড়ী-ভুড়ী, হাড় ছাল কাটাৰ কাৰণে নানাতৰহৰ অস্ত্ৰশস্ত্ৰ। তাতে মানুহে ভোল গৈ লৰিছে বিজ্ঞানৰ জয়ঘোষণা গাবলৈ।

কম্পাউণ্ডাৰে তিনচাৰআইদিন ঘঁহি "ভাল হব ভয় নাই বুলি হাত পখালি নিলগত থোৱা চাহপানী পিবলৈ বহিল। তেতিয়াও কম্পাউণ্ডাৰৰ অন্তৰ লালসাই চকু কৰিছিল মাধুৰীৰ কোমল স্পৰ্শ, লাৱনী চকুজুৰি, কেকোৰাকেকুৰী আউলি বাউলি চুলিটাৰী। তাৰ ভাব হৈছিল যদি নিৰ্জ্জন কোনত অকলে পালেহেঁতেন তেন্তে তাৰ ডাক্তৰী বিদ্যাৰ সকলো কুধচমুত্তি মুহূৰ্ত্তত ফুটাই তুলিলেহেঁতেন। কিন্তু তাৰে বা ভুল কি? সৃষ্টি পাতনিতে যেন এই ভুলৰ সৃষ্টি। চকুৱে যেন চাই চকুৰ তৃপ্তি, হাত মুখে যেন বিচাৰে কোমল হাত মুখৰ স্পৰ্শ। মানুহৰ প্ৰত্যেক অঙ্গে যেন বিচাৰে প্ৰত্যেক অঙ্গৰ স্পৰ্শ সুখ লাভ। এই হাবিলাসে যেন মানুহৰ আচল মনুষ্যত্বৰ ৰূপ। সংযম, পুন্য, ধৰ্ম্ম, নীতিবাদ যেন মানুহৰ এনে আচল স্বৰূপ লুকাই ৰাখিবলৈ কেৱল বাহ্যিক আভৰণ। মানুহৰ অন্তৰৰ কোৱা ভাতুৰ সেইবোৰৰ ৰাঙলী বোলেৰে বোলাই এখন আদৰ্শ জগতৰ সৃষ্টি কৰি থৈছে। কোনে জানে মানুহে সেই মনৰ আঙ্গাৰ ধুই পখালি সেই আদৰ্শৰ পৱিত্ৰ পানী গ্ৰহণ কৰিব? কিন্তু আঙ্গাৰ ধুলেও যে কদাপি বৰণ নসলায় সেইটো আদৰ্শবাদী সকলে সমূলি নাভাবে।

কম্পাউণ্ডাৰে চাহ পানী পি আৰু নানাতৰহৰ বঙ ধেমালি কৰি "এতিয়া যাওঁ আকৌ সন্ধিয়া আহিম" বুলি আঁতৰ হল। ধনাৰামৰ গিৰিহঁতনীৰ লগে লগে আনৰো মনত ভাব হল যেন ডাক্তৰ বাবু কেনে সৰবৰহী লোক, কেনে পৰৰ দুখত কাতৰ হোৱা স্বভাৱ, আকৌ কেনে ৰাঙঢালি। এনে স্বভাৱ নহলেনো চহৰত এনে ডাঙৰ মানুহ হব পাৰেনে? কিন্তু হায় মানুহে বাহ্যিক আচৰণত পাহৰে

সেইবোৰৰ গুৰি কত ? ধন আৰু ৰূপহ সৌন্দৰ্য্যই মানুহৰ অন্তৰ বিচাৰি উলিয়াই কোন ভাল, কোন বেয়া। সেইটো বুজিবলৈ সেই দুইবিধ কশতি শিল হলেও বাহ্যিক ৰমক জমকত মানুহ এনে ভাৱে মুগ্ধ যে সেই কশতি শিলৰ ৰেখাও মানুহৰ ক্ষুদ্ৰ দৃষ্টিয়ে মনিব নোৱাৰে। কিন্তু মানুহৰ মন ধনৰ ওচৰত সাধাৰণতে বশ মানে আৰু ৰূপ সৌন্দৰ্য্যত মানুহৰ অন্তৰ উতলি উঠে। সেই দুইটাৰে পাশ জৰি কাটি ওলাব পাৰা সংসাৰত কেইজন ?

কম্পাউণ্ডাৰ ওলায়ে দেখিলে প্ৰায় কুৰি বছৰীয়া লৰা অনন্তক। এওঁ ধনী মহাজনৰ লৰা। হাতত তেতিয়া তাৰ এটা ফটো তোলা "কেমেৰা", মুৰৰ চুলি সুন্দৰ পৰিপাটি ! ওভোতাই সেওঁতা ফেলা। ফিৰ্ ফিৰিয়া ধুতিখনৰ থোৰ অলপ বেকাকৈ লোৱা। চকুত এজোৰ ৰিতচকু। সোণালী "ফ্ৰেম"। ভৰিত "পাম চু"। তেওঁ কম্পাউণ্ডাৰক দেখিয়ে কলে, "কি কম্পাউণ্ডাৰ দেখোহে ?"

কম্পাউণ্ডাৰৰ তেনে সম্বোধনত যেন মানহানি হল এনে ভাৱ। কিয়নো গাওঁত সি ডাক্তৰ বাবুহে। তাৰ চলন ফুৰণ ডাঙৰ ডাক্তৰ হিচাবৰহে। গতিকে কম্পাউণ্ডাৰ সম্বোধনটো যে তাৰ মানহানি স্বৰূপ তাত সংশয় কি ? তথাপি সেইভাৱ সি গুপুতে ৰাখি কলে "কিহে কেতিয়া আহিছা ? গুৱাহাটীলৈ কেতিয়া যাবা ?

আমাৰ পৰীক্ষা হৈ গ'ল নহয়।

কেনে হ'ল পৰীক্ষা ? তোমাৰ গঢ় যেনে দেখিছোঁ পৰীক্ষাত চাগৈ ফলালা !

পৰীক্ষা ভালেই হৈছে। প্ৰথম বিভাগত দেৱাবলৈ আশা আছে। বোধকৰো নামো কৰিব পাৰো।

কম্পাউণ্ডাৰ তাৰ কথাত আচৰিত হ'ল। কিয়নো তাৰ বেহৰূপ, পিন্ধন উৰণ, হাতঘড়ি, কেমেৰা আদি দেখি তেওঁৰ আন ধৰণৰ ভাৱ হৈছিল। কম্পাউণ্ডাৰৰ ভাৱ যি লৰাই বিলাসীতাৰ পিনে ঢাল খাই



সেই লৰাৰ পঢ়াত মতি নাই। অনন্তক সি বহুদিন লগ পাইছিল। অনন্তই কি পঢ়িছে সেইবোৰৰ আতি গুৰি সি কাহানিও লোৱা নাই। সি গাওঁলৈ আহে দেখুৱালৈ। যি কেইদিন গাৱত থাকে তাৰ ৰৰলোকালি দেখুৱাতে ব্যস্ত। বিশেষকৈ তিৰোতা মহলৰ আগত। গতিকে গাৱত আন কিবা চাবলগীয়া আছে বা কৰিবলগীয়া আছে সেইটোলৈ তাৰ ভাৱ নাই। অনন্তই আই এ পাচকৰি বি এ পঢ়েবুলি জানে কিন্তু অনন্ত পঢ়া শুনাত কিমান ওখ ধৰণৰ সেইটো সি ভূ ৰখা নাই। কেৱল সি কাৰো কাৰো মুখত শুনিছে অনন্ত পঢ়া শুনাতে ভাল। আই এ ভাল ধৰণে পাচ কৰিছে।

তেনে কথা শুনিলে সি নিজৰ ৰৰলোকালিত আঘাত পৰে বুলি ভেকাহি মাৰি কয়, এ থোৰা চহৰত আমি বহুতো বি এ, এম এ দেখিছো। ইটো একো ডাঙৰ কথা হোৱা নাই।

যদি কোনো গাৱলীয়াই কয় "ৰবাছোন উৰাই দিয়া কিয় ?" গাৱত যে এজন বি এ হব এয়ে গাৱৰ গৰিমা।

কম্পাউণ্ডাৰে তেতিয়া "এৰা হয়। গাৱত যিমানে শিক্ষিত ওলাই সিমানেই ভাল, বুলি আন কথা পাতে।

যি নহওক আজি তেনে অৱস্থাত অনন্তক দেখি সি ভাবিব নোৱাৰিলে যে বিশ্ববিদ্যালয়ৰ ওখ খাপত নাম কৰিব পাৰা এই লৰা। সি কলে কেমেৰা আনিছা দেখো কাৰোবাৰ ফটো তুলিবা জানো ?

এনেতে ধনীমহাজনৰ গিৰিহঁতনীয়ে মাত দিলে "বোপা, ডাক্তৰ বাবুৰে এটা ছবি নোতোলা কিয় ?

কম্পাউণ্ডাৰে কলে "নালাগে। মোৰ ছবিৰ আকাল নে ? গুৱাহাটীত কত ডাক্তৰ চাহাবৰ লগত তোলা ছবি আছে। বাৰু মই এইবাৰ আহোতে লৈ আহিম।"

ভিতৰৰ পৰা আকৌ মাত দিলে বহা বোপা অলপ বহা। দুয়ো চহৰৰ পৰা আহিছা, অলপ অচৰপ কথা বতৰা হোৱা। তোমা-

চিৰকাল গছত একেদৰে নাথাকে। দিনদিয়েক পিছতে জহি-খহি পৰি লেৰেলি যাব। তেন্তে তাক গছতে নাৰাখি মানুহে ৰুচি অনুসাৰে ক্ষন্তেকলৈ হলেও উপভোগ কৰাত কি দোষ? অনন্তই ভাবিলে ভুল। সম্পূৰ্ণ ভুল। জগতে বিচাৰে এটা, কিন্তু আদৰ্শ দিয়ে আনটো। ভাবি ভাবি নানা উচপিচনিত তাৰ গোটেই নিশা উজাগৰে গ'ল। তাৰ ভাবৰ অন্ত নাই। জগতলৈ তাৰ ঘৃণা আহিল, আদৰ্শবাদী সকললৈ তাৰ খং উঠিল। ভুৱা সমাজৰ শিক্ষা, দীক্ষা, সভ্যতাৰ নামত বাহ্যিক শত আচৰণৰ ৰীতি-নীতিৰ ওপৰত তাৰ বিশ্বাস টলিল। সি ভাবিলে সবল মতি ব্লেন্‌কিনচপে যদি নীতি জ্ঞান শূণ্য ছুবেদতাৰ দৰে ছবি আঁকিব পাৰিলেহেঁতেন" ইয়াৰ উত্তৰত কৈছিল তাতোকৈ সহজ হলহেঁতেন যদি ছুবেদতে ব্লেনকিনচপৰ সবলতা অলপ অধিকাৰ কৰিলেহেঁতেন। কিন্তু ইয়াৰ সিদ্ধান্ত হল জগতখন তোমাৰ কাৰণে ইমান সৰল নহয়। তুমি যেনে পাইছা তেনেভাবে গ্ৰহণ কৰা। অনন্তয়ো ভাবিলে জগত যেনে ভাবে চলিছে চলক। ডাঙৰ ডাঙৰ আদৰ্শেৰে আৰু ইয়াক গধুৰ কৰি লাভ নাই। বৰং নানা আদৰ্শ এৰি যদি জগতে ভাল পায় উলঙ্গ নৰ্ত্তন তেন্তে তেনে কৰিব দিয়া। যদি শিল্পীৰ মনত যুবকে কোনো যুবতীৰ স্পৰ্শসুখ লাভ কৰিবলৈ ইচ্ছা কৰে, যুবতীৰ ইচ্ছা হলে তেন্তে তাত বাধা বিঘিনি তুলি হাহাকাৰ কৰিবলৈ আৱশ্যক নাই। কেৱল চোৱা যাতে পাশবিকতা নহয়, অত্যাচাৰ নহয়। কাৰো ওপৰত অবিচাৰে বল শক্তি প্ৰয়োগ নহয়। শোৱা পাটিত পৰি এনেবোৰ ভাবৰ খেলিমেলিতে ৰাতি পুৱাল। সুৰুযৰ কিৰণ বেৰৰ ফুটাৰে তাৰ শোৱা পাটিতো পৰিল। সি ভাবিলে "যি হল হল। মিছা মিছি হা-হুতাশ লৈ ওৰে ৰাতি উজাগৰে থাকিলোঁ। কিন্তু এনে সংযমত শান্তি ক'ত আহিল? কিন্তু ভবিষ্যতলৈ এনে ঘটিব নিদিয়ে। সমাজৰ নীতি নিয়ম জহন্নামে যাওক। ধৰ্ম্ম, শাস্ত্ৰ পৰকালৰ সুখ স্বৰ্গ সি নামানে। এনে দৃঢ় মন লৈ সি শোৱা পাটিৰ পৰা উঠিব ধৰিছে এনেতে বুঢ়ীয়ে মতা শুনিলে "বোপা, লৰি অহা, লৰি অহা। চোৱাচোন মালতীৰ কি হল?" সি সেই কথা শুনিয়ে পোণছাতে বুঢ়ীয়ে যিপিনে মাতিছে সেই পিনে লৰি গল। মালতীৰ কি হল?



## (১৩)

বাৰীৰ পাচৰ পিনে কটাহ বাঁহৰ শাৰী। তাৰ ওচৰতে এটা সৰু খাল। সেই কটাহ বাঁহৰ কাষতে মালতীৰ মূৰতো পৰি আছে। দেহৰ আন ভাগ পুখুৰীত পৰিছে। তাইৰ মুখত মাত বোল নাই। মূৰত কটাহ বাঁহৰ কাঁইটে বিন্ধিছে। গোটেই শৰীৰতো তেজেৰে ৰাঙলী হৈছে। কিয় তাই নিশা তালৈ গৈছিল? কেনেকৈ তেনে ঘটিল কেৱে একো নিৰ্ণয় কৰিব নোৱাৰিলে। যিয়ে নহওক অনন্তই তাইৰ নাকৰ ওচৰত হাত দি দেখিলে এতিয়াও নিশ্বাস আছে। তাইৰ সেই সজীৱ মূৰ্ত্তি নিশা দেখি তাৰ মনত যি ভূমিকম্প তুলিছিল ৰাতিপুৱা হওঁতেই সেই মূৰ্ত্তিত কি বিকৃতি ঘটিল? কেনেকৈ ঘটিল সি একো বুজি নাপায়?

সি মালতীৰ মাকক সুধিলে "কেতিয়াবা ৰাতি তাই অকলে উঠি আহেনে?"

নাই। তাই উঠিলে মোক নামাতাকৈ নাথাকে।

যি নহওক সি মূৰত অলপ পানী দি লাহেকৈ কটাহৰ কাঁইট আঁতৰাই লাহে লাহে তাইৰ ডিঙিত ধৰি মাকক ভৰিৰ পিনে ধৰিব কলে। তেনে অৱস্থাতে তাইক লালে লাহে ঘৰলৈ আনি শোৱা পাটিত শুৱালে। অলপ পিচতে গাৱঁৰ তিৰোতা এজনী দুজনীকৈ ভৰি পৰিল। কোনে কি কলে একো ঠিক নাই। কেৱে কলে ভূত পিশাচে তাইক লৈ গৈছিল। কেৱে মুখ বিকুটাই গলাগপা

কৰিলে আচহুৰা লোকক ঘৰত ঠাই দিয়া মজাপালি পাওক। ৰাতি কি ঘটিল আমি বুজা নাইনে? অনন্তই তেনেবোৰ কথালৈ কাণ নকৰি পোনচাতে কৰবালৈ ওলাই গল। তিৰোতাসকলে সি নোহোৱাত কথা কবলৈ সুবিধা পালে। বুঢ়া বুঢীক কত গৰিহণা। গাভৰু ছোৱালী থকা ঘৰত যাকে তাকে বাহ দিয়ে নে? নিশ্চয় ৰাতি তাইক তালৈকে তুলি নিছিল। প্ৰায় দুঘণ্টা মানৰ পিচত অনন্তই তাইৰ গাৱঁৰ কম্পাউণ্ডাৰক লৈ আহিল। যদিও কম্পাউণ্ডাৰক সি ভাল নাপায় তথাপি উপায়হীন অৱস্থাত খেৰকুটাই সহায় ভাবি তাক লৈ আহিল। কম্পাউণ্ডাৰে লাৰি চাৰি চাই কলে মূৰত বৰ আঘাত পাইছে। যি নহওঁক মূৰত বৰফ দিব পাৰিলে তাই চেতনা পালেহেতেন। চেতন পালে ক'ত কি দুখ পাইছে তাই কব পাৰিলেহেতেন। কিন্তু ইয়াত বৰফ ক'ত পাব? কেবল চেঁচা পানী ঢালা। কম্পাউণ্ডাৰৰ কথামতে তাকে কৰিব ধৰিলে। প্ৰায় কেবা ঘণ্টাৰ পিচত তাই অলপ চকু মেলিলে।

কম্পাউণ্ডাৰে সুধিলে কত দুখ পাইছা? তাই একো কব নোৱাৰিলে। কিন্তু তাই ডাঙৰকৈ কেকাব ধৰিলে। কম্পাউণ্ডাৰে কলে ভাল হব। কিন্তু পাৰিলে তেওঁক চহৰৰ আস্পাতাললৈ নিব লাগিব। তাতেহে সকলো প্ৰকাৰে পৰীক্ষা কৰি চাব পাৰিম।

বুঢ়ীয়ে কলে "ডাক্তৰ বাবু আমাৰ টকা-কড়ি নাই কেনেকৈ চহৰলৈ নিম।"

তেন্তে মই কি কম? ইয়াত মোৰ অস্ত্ৰ-শস্ত্ৰ বা পৰীক্ষা কৰা যন্ত্ৰও নাই।

অনন্তই কলে এনে অৱস্থাত তাইক নিব পৰা যাব জানো?

পাৰিব। বিশেষে সাবধানে নিব লাগিব। গৰুৰ গাড়ীত ভালকৈ নি ৰেলত বা মটৰত তুলি নিব পাৰিব।

তেন্তে সেয়ে হওঁক। এতিয়াই গৰু গাড়ী ধৰি নিয়া যাওঁক।



বুঢ়ী আই আপুনি টকাৰ নিমিত্তে ভাবিব নালাগে। মই সকলো খৰছ কৰিম।

সিদিনাই মালতীক গাড়ীৰে ওচৰৰ ষ্টেচনলৈ নি মটৰত তুলিলে। যদিও আজিকোপতি গাওঁ-ভূইত মটৰ চলা আলি হোৱা নাই তাৰ ফলত কত বেমাৰী আচল চিকিৎসাৰ অভাৱত প্ৰাণ হেৰাব লাগিছে, কতই ডাক্তৰখানাৰ অভাৱত ডাক্তৰৰ অলপো সহায় নাপাই প্ৰাণ এৰিব লাগিছে তাৰ সংখ্যা কোনে ৰাখে? যিদিনা গাওঁ ভূঁইত সকলো আলি পদূলি হব, মটৰ যান-বাহন সুন্দৰভাৱে চলিব, ডাক্তৰখানা ওচৰতে পাই সকলো বেমাৰৰ চিকিৎসা কৰিবলৈ সুবিধা পাব সিদিনাহে মানুহে আচল স্বাধীনতা সুখ পাব। যি নহওক তেনে অৱস্থাতে চহৰৰ আস্পাতাল পালেহি।

গাৱত কত গলাগপা। কত বদনাম গাব ধৰিলে তাৰ অন্ত নাই। গাৱলীয়াই জানে পৰৰ কু-চৰ্চ্চা কৰিবলৈ কিন্তু নাজানে কিবা সহায় কৰিবলৈ। তেওঁলোকে থাকে সদাই অলপতে সন্তোষ হৈ নিজৰ শত নিসহায় অৱস্থাকে সাৱটি লৈ থাকিবলৈ কিন্তু নাজানে মুখ ফুটাই নিজৰ দাবী কৰিবলৈ। নাজানে তেওলোকে আলাই আপদ বিঘিনি আতৰোৱাৰ ব্যৱস্থা কৰিবলৈ। তেওঁলোকে জানে নিজৰ কপালক দোষী নিৰ্ব্বিকাৰ হৈ থাকিবলৈ কিন্তু কোনো সহায় সুবিধা পাবলৈ নাজানে। নাজানে একেলগে কাম কৰিবলৈ বা একমুখে সকলো দাবী জনাবলৈ। তেওঁলোকে জানে এলেছা মাটিৰ কাৰণে হুলামাৰিৰে মৰা-কিলা কৰিবলৈ বা জীৱনো অৰ্পিবলৈ কিন্তু নাজানে ডাঙৰ কাম কৰিবলৈ বা একেলগে দাবী কৰি গাৱৰ বা দহৰ মঙ্গল সাধিবলৈ। গাইগুটীয়া স্বাৰ্থত বিঘ্নি হলে নানা মোকৰ্দ্দমা নানা মৰাকিলা, নানা কাটাকাটি মাৰামাৰি সৃষ্টি কৰিবলৈ, কিন্তু সমহতীয়া মঙ্গল সাধিবলৈ অলপো বিপদক আকোৱালি লবলৈ তেওঁলোক সাজু নহয়। প্ৰতি খোজত যেন তেওঁলোকৰ ভয় সঙ্কোচ। নিজৰ লৰা-

ছোৱালী, নিজৰ ঘৰ পৰিয়াল, নিজৰ মাটি হালিছা থিক ৰওক, আনৰ যি নহওক সেইটোলৈ যেন অলপো আগ বাঢ়িবলৈ তেওঁলোকে শিক্ষা পোৱা নাই। উৎসৱত সকলোৱে যোগ দিয়া, কিন্তু মাউৰ লাগিলে ইটোৱে আনটোৰ ঘৰলৈ যাবলৈ ভয়। গাই গুটীয়া স্বাৰ্থই তেওঁলোকক সকলোপিনে নিসহায়, নিসম্বল নিৰুপায় যে কৰিছে সেইটো তেওঁলোকে ভাবিব নোৱাৰে।

আম্পাতালত মালতীয়ে সাধাৰণ ৰুগীৰ লগতে থাকিল। সেই বিচনাৰ কাষতে অনন্তই আলপৈচান ধৰিব ধৰিলে। লগতে বুঢ়ীয়ো আহিছে। কিন্তু বুঢ়াই ঘৰখন চাবলগীয়া হোৱাত আৰু খেতি চম্ভালিব লগীয়া পৰাত আহিব নোৱাৰিলে। মটৰত তুলিবৰ সময়ত বুঢ়াই অনন্তক কৈছিল "বোপা" তোমাৰ ওপৰতে সকলো ভৰষা। আমি দুখী অজলা প্ৰাণী, কি কৰিম ?

সেই আম্পাতালত থকা ৰামু এতিয়া ভাল হৈছে। দুনীয়াই এতিয়াও তাতে কাম কৰি আছে। ৰামুয়ো তাতে এটা কাম পাইছে। কম্পাউণ্ডাৰে দুনীয়াক কলে দুনীয়া চাবি এই যে নতুনকৈ বেমাৰী লৈ আহিছে তেওঁলোক মোৰ চিনাজনা মানুহ। আমাৰ গাৱঁৰ কাষৰে। তেওঁলোকৰ ভালকৈ আলপৈচান লবি। দুনীয়াই কলে কাৰনো ভালকৈ শুশ্ৰূষা নকৰো ? চিনাই হওক বা অচিনাকিয়ে হওক সকলোৱে বেমাৰত পৰি বিপদত পৰিহে আম্পাতালৈ আহে।

( ১৪ )

দুনীয়াই দিনে ৰাতি বেমাৰীৰ আলপৈচান লয়। তাই কোনো বেমাৰীক গু মুত পেলাইছে। কোনো বেমাৰীৰ ওকটি চাফ চিকোণ কৰিছে। কোনো বেমাৰীৰ মূৰত পানী ঢালিছে। কোনো বেমাৰীৰ ঘা ধুইছে। বেণ্ডেজ কৰিছে। তাই চকৰী ঘুৰাৰ দৰে চৌদিশে ঘূৰি কেৱল কাম কৰিছে বেমাৰীক শুশ্ৰূষা কৰিলে তাই কত আনন্দ পায়। তাই মালতীৰো যিঘান পাৰে আলপৈচান ধৰিছে। ৰাতি ডাক্তৰখানাত যদিও সহায়ৰ কাৰণে ডাক্তৰ বা কম্পাউণ্ডাৰ থাকে কিন্তু কোনোৱে কিবা কাৰণে মাতিলে তেওঁলোকে সাৰ নোপোৱা ভাও ধৰে। বৰ চিঞৰা চিঞৰি কৰিলে ভেকাহি মাৰি খেদি দিয়ে। কোনো বেমাৰীক বেণ্ডেজ কৰিছে, বেচেৰাই বেণ্ডেজ খহাব নাজানে, ইপিনে বৰ টানকৈ সৰুপানী চুবলৈ লাগিছে। বেণ্ডেজ খহাবলৈ কত উত্ৰাৱল হৈছে। ডাক্তৰক মাতি পঠিয়াইছে। কিন্তু ডাক্তৰৰ সঁহাৰি নাই। কতই ৰাতি এটোপা পানী পানীকৈ চিঞৰিও পানী নাপায়ে অণ্ঠকণ্ঠ শুকাই ৰাতিতে মৰি আছে কিন্তু ডাক্তৰ কম্পাউণ্ডৰৰ দেখাদেখি নাই। কিন্তু এনেবোৰত সহায় কেৱল দুনীয়া। তাই ওৰে ৰাতি যাক যেনেকৈ পাৰিছে সহায় কৰিছে। মালতীৰ কাষত অনন্ত আৰু মালতীৰ মাকে দিনে ৰাতি শুশ্ৰূষা কৰি থাকে। মালতী অহা দুদিন হল কিন্তু আজিলৈকে মাত অহা নাই। ডাক্তৰে সদাই চাই যায় কিন্তু উন্নতিৰ ফালে অলপো গতি কৰা নাই বৰং বেয়াৰ পিনেহে ঢাল খাইছে। দুনীয়া মাজেসময়ে আহি মালতীৰ মুখলৈ চাই কয় "বেচেৰী বৰ কষ্ট পাইছে কি হৈছিল দেউতা !" কেনেকৈ এনে হল বুলি অনন্তক সোধে। অনন্তই বিশেষ একো সমিধান দিব নোৱাৰে।

দুনীয়াই কয় এনে সুন্দৰ মুখখনিত তেজ পানী একো নোহোৱা হৈ বগা পৰিছে। একো খাব নোৱাৰে বেচেৰী। এনেকৈ নাখায় কিমান দিন থাকিব ? দুটা আঙুৰ মুখত দিয়ক। অনন্তই দুনীয়াৰ কথামতে আঙুৰ মুখত দিয়ে। কিন্তু তাই খাবলৈ চেষ্টা কৰিও গিলিব নোৱাৰে।

নিশ্চয় কৰবাত ডিঙিত দুখ পাইছে। তাই মালতীৰ ওচৰ চাপি ডিঙিটো ভালকৈ চায়। মালতীৰ মাকে কয় তাইক নুচুবি।

নোচো আই। নিলগব পৰাহে চাইছো। ডাক্তৰ আহিলে ডিঙিটো ভালকৈ চাব দিব আই। দেহি ঐ এনে বেথালগা ছোৱালী জনী। আপুনি আই আজি কিবা খাইছে জানো ?

কি খাম ? ইয়াত কিবা খাব পাৰি নে ? চাৰিওপিনে নানা কুগন্ধ, তাতে জাতি কুলৰ বিচাৰ নাই। ৰাতিপুৱাই গৈ নৈৰ পাৰত দুটা কোমল চাউল তিয়াই খাইছোঁ।

"তেনেকৈ কিমান দিন থাকিব ? আপনিও নোখোৱা নেমেলাকৈ ভাগৰি পৰি বেমাৰ ভুগিব।" অনন্তকৈ চাই দুনীয়াই কয় আইৰ কিবা খোৱাৰ দিহা নকৰে কিয় ? অনন্তই কয় ওচৰত কোনো চিনা জনা লোক নাই। হোটেলতো আয়ে খাব নোখোজে। বৰ নিৰুপায়ত পৰিলো।

দুনীয়াই কয় এঘৰ বৰ ওচৰতে ভাল মানুহ আছে। মই থিক কৰি দিম। আইৰ খোৱা তাতে দিহা কৰক। অনন্তই দুনীয়াৰ তেনে কথা শুনি ৰ লাগি তাইৰ মুখলৈ অলপ পৰ চাই থাকি লাহেকৈ কয় পাৰ যদি থিক কৰছোন। মই সকলো খৰছ পাতি দিম।

সেই ঘৰৰ আই বৰ ভাল। মোক বৰ মৰম কৰে। তেওঁক মই কলে বুঢ়ী আইক এনেয়ে খুৱায়। কতই তেওঁলোকৰ ঘৰত খায়। তাতে এনে বিপদত পৰি অহা বুঢ়ী এজনীক পুহিব নোৱাৰিবনে ? ইচ্ছা কৰিলে তেওঁ নিজে ৰান্ধি খাবও পাৰিব। নহলে তেওঁলোকৰ লগতে খাব। তেওঁলোকৰ হেনো বৰ ভাল জাত।

কথামতে কাম। সেইদিনাই বুঢ়ীৰ খোৱা লোৱাৰ দিহা ওচৰৰ এঘৰ লোকৰ তাত হ'ল। বুঢ়ীয়ে খৰধৰকৈ তালৈ গৈ দুটা সিজাই দিনচেৰেক কোল এসন্ধ্যা খাই আকৌ আস্পাতাললৈ লৰি আহে। ঘৰৰ গিৰিহতনীয়ে কয় আপুনি দুসাজেই খাবহি। ইচ্ছা কৰিলে আমাৰ লগতে খাব পাৰে। বন্ধা-বঢ়াত মিছায়ে কষ্ট খায়। আমি



কলিতা মানুহ বুঢ়ীয়ে কলে নালাগে বাচা, তহঁতক কষ্ট কিয় দিওঁ। মোৰ পেটলৈ ভাত নাযায়। কেৱল নোৱাৰাতহে মুখত গুজি যাওঁ। তাইৰ চিন্তাই মোক আকুল কৰিছে।

তাই ভাল হব। আস্পাতাললৈ আনি ভাল কৰিছে। বুঢ়ীয়ে মালতীৰ কথা কৈ কৈ কেৱল কান্দে।

গিৰিহতনীয়ে কয়—'কি কৰিবা। মানুহৰ আপদ বিপদ কেনেকৈ আহে কোনোৱে নাজানে। তুমি চিন্তা নকৰিবা। তাই ভাল হব।" দুনীয়াই মালতীৰ কাষলৈ আহি নিলগতে বহি থাকে। যেতিয়া যি লাগে ততালিকে সহায় কৰে। অনন্তই কয় তই ইমান ভাল। তোৰ নাম কি ?

দুনীয়া।

এনেতে কম্পাউণ্ডাৰ আহিল। সি অনন্তৰ কাষ পায়ে "কি কৰিবা ভাই কামৰ লেঠা। এই দুদিন ইমুৱা হবকে পাৰা নাই। বেমাৰী কেনে পাইছে ? বুঢ়ীতো ক'ত ?

তেওঁ ভাত খাব গৈছে।

কিবা সহায় লাগিলে কবা। মইতো ইয়াতে আছোঁ। দুনীয়া দেখো ইয়াতে বহি আছ ? কাম নাই ?

কম্পাউণ্ডাৰ বাবু! ছোৱালীজনীৰ কি হৈছে ?

তোক সেইবোৰ কিয় ? যা নিজৰ কাম কৰ গৈ ? বুজিছা অনন্ত এই ছোটলোকবোৰক কৈ মিলি নিজৰ কামত লগাব নোৱাৰো। তাই বেমাৰীৰ গু-মুত পেলাব লাগে। তাই থাকে অ'ত ত'ত বহি। মাহেকৰ মূৰত দৰমহা লোৱাত হলে পটু। আগেয়ে উপস্থিত হব।

তাই বৰ ভাল। মই দিখিছো তাই আস্পাতালৰ সকলো বেমাৰীৰ যেনেকৈ তত্ত্বাৱধান লয় আন কেৱে তেনে নকৰে।

থোৱা থোৱা তোমালোকৰ আলপৈচান ধৰিছে হবলা। বোধ-

কৰো টকা-পইছা দিছা। টকা পইছা নাপালে এখন কুটাও লৰাব নোখোজে। আকৌ ইমান টকা পাব। সিপিনে মাহ দিন সিহঁতৰ খাব নাটে। যিদিনাই পাব গিৰিয়েকে তাইৰ হাতৰ পৰা কাঢ়ি নিব আৰু কেৱল মদৰ শ্ৰাদ্ধ কৰিব। সেই মেতৰ জাতিটোৰ আৰু অলপো উন্নতি নহল।

উন্নতি কেনেকৈ হব? সিহঁতৰ শিক্ষা নহলে বাহিৰা জগতৰ লগত সম্বন্ধ নহলে কেনেকৈ উন্নতি কৰিব? কিন্তু তাই বৰ ভাল।

গান্ধীয়ে এই ভাঙ্গী সকলৰ উন্নতিৰ কাৰণে কত চেষ্টা কৰিলে। কিন্তু সিহঁত যেনে তেনে ৰল। গান্ধীয়ো গুছি গল—আৰু ভাঙ্গীয়ো ভাঙ্গীয়ো ৰল।

এনেতে দুনীয়াই কলে "দেউতা বেমাৰী চাওক। আমাৰ কথ কলে কি হব? বেমাৰীৰ কি হৈছে দেউতা?

কম্পাউণ্ডাৰে কলে "তোক সেইবোৰ কিয় লাগিছে? তই মূত পেলাবি। আদাৰ বেপাৰীৰ আকৌ জাহাজৰ খবৰ কিয়, যা সৌ কোঠাত এটা বেমাৰীৰ ৰাতিতে হাগি-মুতি চেৰাপ কৰিছে ভালকৈ ধুই পখালি চাফচিকুণ কৰগৈ। বুজিছ দৰমহা এনেয়ে খা নোৱাৰিবি। কাম কৰিহে হজম কৰিব পাৰিবি।

মই এতিয়াই সৌ কোঠাত চাফ্চিকোণ কৰি আহিছো।

চাফ্চিকোণ কৰিছে বুলি কম্পাউণ্ডাৰে ভেকাহি মাৰিলে বুজিছা অনন্ত ইহঁতক আসৈ নিদিবা। আসৈ পালে আধ্যা কৰিব ইহঁতে টকা পইছাৰ বাহিৰে একো নাজানে।

ক'তা এই দুদিন দেখো তাই এটা কড়িও খোজা নাই। ব তাই বজাৰৰ পৰা নিজৰ ধন ভাঙি আঙুৰ বেদানাহে আনি আমা দিছে। মই পইছা দিব খোজাতো লোৱা নাই। তাইৰ হে মালতীৰ মুখখন বৰ ভাল লাগে।

মেতৰ জাতিকো বিশ্বাস কৰা। সুবিধা পালে তোমালোৰ



পৰা সুদেমুলে আদায় কৰিব। সিহঁতে একো কৰিব নোৱাৰোঁ বুলি নকয়। কিন্তু কাম কৰিয়ে হওঁক বা নকৰিয়ে যদিহে কেনেবাকৈ তোমাৰ হাতৰ পৰা টকা সৰকাব পাৰিলে তেন্তে আধ্যা কৰিব। দুনাই পাবলৈ আশা নকৰিবা। ইহঁতক আসৈ নিদিবা। আসৈ পোৱা কুকুৰে ডিঙিলৈ জপিয়ায়।

দুনীয়াই সিহঁতৰ কথা শুনিয়েই থাকিল। এষাৰো মাত নিদিলে। কম্পাউণ্ডাৰে কলে ইয়াত কিবা অসুবিধা পাইছা জানো?

অসুবিধাতো আছেই। ইয়াতো নিজৰ ঘৰ নহয়। আনপিনে ইয়াৰ যোগাৰ পাতিয়ো সুবিধা নহয়। লাগ বোলোতে একো নাপায়। ডাক্তৰকে সময়মতে নাপায়।

ডাক্তৰতো তোমালোকৰ পইছা লোৱা নহয় যে চব্বিশ ঘণ্টা তোমালোকৰ লগত থাকিব। সময়মতে আহিব, সময়মতে যাব। টকা খৰছ কৰিলে ইয়াতো সকলো সুবিধা পাবা

এৰা সেইটো বুজিছো। আনকি পানী দিওঁতায়ো পইছা নাপালে পানী নিদিয়ে। পিচে ইয়াৰ নাম "Charitable Hospital" কিয় দিছে তাকেহে বুজি নাপাওঁ। ডাক্তৰে দৰমহা খায়, কিন্তু বেমাৰীয়ে সময়মতে নাপায়। পানী দিওঁতাই পানী দিয়াৰ কাৰণে দৰমহা পায়, কিন্তু বেমাৰীয়ে পানী খুজিলে তাক লাগে ওপৰুৱা পইছা। নহলে উভটিয়ে নাচায়। নাৰ্চসকলে মাহিলী বেতন পায়, কিন্তু সময়মতে একোবাৰ পাল মাৰি আঁতৰ হয়। দুনাই পোৱা কঠিন সমস্যা। দৰৱৰ কাৰণেও বাজেটত কত টকা মঞ্জুৰী হয় কিন্তু প্ৰত্যেক বেমাৰীয়ে দৰৱ বেলেগকৈ কিনিব লাগে। ডাক্তৰখানাত দৰৱ থাকিলেও ডাক্তৰে প্ৰেচ্কিপচন লিখিয়েই কব অমুক দৰৱতো বৰ আৱশ্যক কিন্তু আমাৰ আস্পাতালত নাই। অমুক ফাৰ্ম্মাচীৰ পৰা কিনি আনিবা। ইত্যাদি ইয়াৰ Charity বা বদন্যতাৰ কথা কিমান

বর্ণাবা। আনপিনে গোটেই ডাক্তৰখানাত সোমালেই যেন ভাব হয় নৰক ৰাজ্যত সোমাইছো। ইপিনে গোন্ধ, সিপিনে ময়লা, সিপিনে বেমাৰীৰ অৱস্থা। কিন্তু বৰ দিনে দিনে বাঢ়িছেহে।

বুজিছা অনন্ত তোমালোকৰ ছাতৰ সকলে সদায় বেয়াটোহে দেখা। কিন্তু আনটোলৈ চকু নকৰা। আজি এই আস্পাতাল থকা কাৰণে যে কিমান দুখীয়া মানুহৰ সুবিধা হৈছে সেইটো নাভাবা। কেৱল পইছা ভগনৰ আৰু অসুবিধাৰ কথাহে কোৱা।

সেইটো ভাবিছো কিন্তু এইখন কেবল টকা পইছা পোৱা পোহাৰ নকধি যদি প্ৰত্যেক কৰ্ম্মীয়ে দেশব্ৰতী হৈ ইচ্ছাৰে বেমাৰী সেৱা কৰিবলৈ ওলালহেতেন তেনেহলে এনে আস্পাতালে কত উপকাৰ সাধিব পাৰিলেহেতেন। কিন্তু বদান্যতাৰ নামত নানা দুৰ্নীতি আকৌ স্বাৰ্থত্যাগৰ নামত কত স্বাৰ্থলোভ। ডাক্তৰে টকা নাপালে ভাল দৰব পোৱা কঠিন যদিও গবৰ্ণমেন্টৰে ইচ্ছা বেমাৰী বোৰে সকলো সুবিধা পাই সোনকালে আৰোগ্য হৈ দেশৰ কামত লাগিব পাৰে।

ভাল দেশকৰ্ম্মীসকল ইয়ালৈ অহা পাইছা। যিসকল দেশৰ নেতা বা কৰ্ম্মী আহে সেইবোৰৰ সুন্দৰ যতন লয়।

তুমি দেশকৰ্ম্মী মানে কি বুজিছা কব নোৱাৰো। এজন সাধাৰণ খেতিয়কো দেশকৰ্ম্মী, এজন সাধাৰণ হোজা লোকো দেশকৰ্ম্মী। আকৌ হাজাৰ বক্তৃতাৰ মহলা মাৰা লোকো দেশকৰ্ম্মী হব পাৰে। কিয়নো তেওঁলোকৰ বক্তৃতাই দেশৰ লোকক লক্ষ্যভ্ৰষ্ট কৰি দেশৰ অকল্যানো সাধিব পাৰে। কিন্তু দুখৰ বিষয় বক্তৃতাৰ মহলা মাৰা লোকহে জনসাধাৰণৰ প্ৰিয়পাত্ৰ আৰু তেওঁলোকেহে সকলো ঠাইতে সকলো সুবিধা পায়। কিন্তু এজন খেতিয়কে যদি নিয়মমতে খেতি কৰিব নোৱাৰে তেন্তে দেশৰো এজন লোক যে খাব নাপাই মৰিব পাৰে সেইটোলৈ আমি নাভাবো। আচলতে তেওঁলোকহে দেশ



কৰ্ম্মী! চোৱা, বক্তৃতা দিওঁতা সকলৰ নানা "ইজিম" আছে। কিন্তু প্ৰত্যেকটো "ইজিম" যে শুদ্ধ বা দেশৰ কল্যাণ আনিব পাৰে সেইটো কদাপি হব নোৱাৰে। আকৌ ইটো ইজিমৰ বিৰুদ্ধে আনটো ইজিমৰ প্ৰচাৰ। তেন্তে দুটাৰ ভিতৰত এটা নিশ্চয় ভুল। কিন্তু সেই ভুল ইজিম প্ৰচাৰ কৰিয়ে হাজাৰ হাজাৰ লোকক তেওঁলোকৰ সেৱক কৰি নিজৰ নিজৰ কামৰ পৰা আঁতৰাই আনি নিষ্কৰ্ম্মীৰ দল কৰি দেশক যে লক্ষ্যভ্ৰষ্ট কৰি দেশৰ মহা অকল্যাণ সাধিছে তাত সংশয় নাই।

এৰা সেইটো সঁচা। কিন্তু প্ৰত্যেকজন বক্তাই তেওঁৰ পন্থাহে সত্য বুলি ডেডাউৰি পাৰে।

সেই কাৰণে মোৰ কোনো দল বা "ইজিম" পন্থীত বিশ্বাস নোহোৱা হৈছে। দেশৰ কল্যাণেই যদি আমাৰ ব্ৰত তেন্তে দল সৃষ্টি কৰি নিষ্কৰ্ম্মী বক্তা কৰি কি লাভ? নিজৰ মনত যিটো শুদ্ধ বা দেশৰ কল্যাণ বুলি বোধ হৈছে সেইটো প্ৰকাশ কৰি দেশে যদি লয় লওক। নললে তাৰ কাৰণে নানা দল নানা বিৰোধ সৃষ্টি কৰি দেশৰ কি কল্যাণ হব?

কিন্তু দল নহলে বা "মেজৰিটি" নহলে আঁচনি পন্থা দিবলৈ সুবিধা কেনেকৈ পাবা?

সকলোৱে আঁচনি দিয়া। তাৰ ভিতৰত যিটো ভাল সেইটো গ্ৰহণ কৰি কাম চলোৱা। কিন্তু সেইটো নাভাবি যিহেতু আমাৰ দলে এইটো গ্ৰহণ কৰা নাই, এইটো দেশৰ মঙ্গলৰ হেতু হলেও লব নোৱাৰো। এনে ভাবত দেশৰ কল্যাণ ক'ত?

দুনীয়াই এইবোৰ কথা বুজি নাপাই তাই লাহেকৈ উঠি গ'ল।

অনন্তই কলে দেশ, দেশ সকলোৱে দেশৰ ভাল কৰে। দেশৰ ভাল নকৰা লোক বিচাৰি নাপাওঁ। মন্ত্ৰীয়ে কয় দেশৰ কাৰণে ভাল আঁচনি কৰিছো। মেম্বৰে কব দেশৰ কাৰণে সকলো চেষ্টা কৰিছো। বেহা-বেপাৰীয়ে কব বেহা-বেপাৰত কনট্ৰল বহুৱাই দেশৰ

মহা অমঙ্গল সাধিছে। খেতিয়কে কব দেশৰ বস্তুৰ দাম হৈ সৰ্ব্বনাশ হল। দুৰ্নীতি, ব্লেকমাৰ্কেটত দেশ জুৰুলাজুপুৰা। ডাক্তৰ কবিৰাজে কব দেশৰ মঙ্গল সাধন কৰাই আমাৰ ব্ৰত। কিন্তু সকলোৱে সুবিধা পালেই দেশৰ স্বাৰ্থ এৰি নিজৰ স্বাৰ্থপূৰণ কৰিব। ডাক্তৰ কবিৰাজে পইছা নাপালে দেশৰ লোকৰ বেমাৰ চাবলৈ খোজ নাপাতে। বেহা বেপাৰীয়ে কণ্ট্ৰোলৰ শ্ৰাদ্ধ কৰিলেও নানা উপায়ে ব্লেকমাৰ্কেট কৰি নিজৰ ভৰাল ভৰাব। খেতিয়কেও বস্তুৰ দাম দাম বুলিও ধান, সৰিয়হ বা আন একো খেতিৰ বস্তুৰ দাম নকমাব। পাৰিলে এসেৰ চেনি বা গুৰ, সূতা, অলপ কেৰাচিন তেল নি তাকে আকৌ ব্লেক মাৰ্কেট কৰিব। উকীল, মহৰীয়ে দেশৰ কল্যাণ চিন্তেহে চিন্তে কিন্তু দেশৰ মঙ্গলৰ হেতু মোকৰ্দ্দমা কমাব ছাৰি যিমান পাৰে মোকৰ্দ্দমা হোৱাটোহে তেওঁলোকৰ মনৰ বাঞ্ছা। কিন্তু সকলোৱে দেশ দেশকৈ আৰ্ত্তহাৰা। চৰকাৰী বিষয়া সকলে কব দেশ গুছিল। দুৰ্নীতি, ব্লেক মাৰ্কেটত সৰ্ব্বনাশ হল। কিন্তু তেওঁলোকেও সুবিধা পালে মাখিটো মকৰাটো নেদেখাকৈ লব নাপালে মানুহৰ কথাত সহাৰি নিদিয়ে। বাস্তৱতে জগতত সাতোটা আশ্চৰ্য্য আছে। কিন্তু এইটো অষ্টম আশ্চৰ্য্য। সকলোৱে দেশৰ কল্যাণৰ কথা কয়। কিন্তু সকলোৱে সুবিধা পালে উবহৰ দৰে দেশৰ লোকৰ তেজ পিয়ে। আকৌ পুলিচ ডিপাৰ্টমেণ্ট। তেওঁলোক দেশৰ ৰক্ষা বাহিনী, শান্তিৰক্ষক, চোৰ দস্যুৰ অন্তকাৰী। কিন্তু কি আচৰিত। দেশ ৰক্ষাৰ নামত দেশৰ শত্ৰুতা কেনেকৈ কৰিব ধৰিছে। চোৰৰ অন্তকাৰী হৈ আকৌ চোৰৰ হাতৰ পৰা টকা লৈ চোৰ কৰি অনা ধন সৰকাইছে। এনেবোৰ কথা ভাবিলে সকলো দেশৰ মঙ্গলকাৰী লোকসকললৈ মোৰ অশ্ৰদ্ধা হৈছে। যিয়ে নহওঁক যি কেইদিন থাকো চকু মুদিয়ে বাট বুলিব লগাত পৰিছো। কি কোৱা।



সকলোৱে চকু মুদি থাকিলে দেশৰ মঙ্গল কেনেকৈ হয়?

নাই নাই দেশৰ মঙ্গলৰ কথা নকবা। সেইটো মহাপাপ বুলি মই ভাবো। সেই শব্দতো মোৰ কাণত বিষ যেন লাগে, বুজিছা। ধৰা এই কেইদিন ইয়াতে আছোঁ। যদি কিবা বেয়া দেখো বা সেইবোৰ আঙুলিয়াও তেন্তে তোমালোকৰ দলে বেমাৰীৰ আৰু সমূলি খা খবৰকে নকৰিবা। ইস্ আসোঁৱাহ ধৰিব অহিছে। ভুল ত্ৰুতি আঙুলিয়াইছে, ভয় দেখুৱাইছে বাৰু মজাপালি পাৰক দিয়া একো খা-খবৰেই নকৰাছোন। মৰিলে মেতৰৰ হতুৱাই পেলাই দি এটা ৰিপোৰ্ট লিখি থলেই হব। কি কোৱা?

কম্পাউণ্ডাৰে হাহি কলে "কথাটো মিছা নহয়। সকলো ঠাইতে দুৰ্নীতি, ব্লেকমাৰ্কেট আছে তেন্তে ডাক্তৰখানাতনো সেইটো নহব কেলেই?

এৰা সেয়ে আচল কথা। প্ৰত্যেক কব সকলোতে আছে। আমাৰ ঠাইতনো কিয় নহব? কিন্তু প্ৰত্যেকে মিলি যে সকলো হৈছে, সেইটোলৈ আমাৰ ভাব নাই।

এৰা, এৰা সেইবোৰ। আহিছা বেমাৰী লৈ, বেমাৰী যাতে সোন—কালে ভাল কৰি নিব পাৰা তাৰ নিমিত্তে সকলোকে হাতে ভৰি ধৰি আগবাঢ়ি যোৱা।

এইয়ে আমাক সৰ্ব্বনাশ কৰিছে। যেতিয়াই যিটো কাম আমাৰ সমুখত পৰে সেইটো সমধা কৰিবলৈ আমাৰ সকলো মান গৌৰৱ, আমাৰ আসোঁৱাহ, আপত্তি চেপা দি কেৱল নিজৰ স্বাৰ্থ পূৰণ কৰিবলৈ যাৱে তাৱে ভৰিত পৰোঁ। এৰাৰ টান কথা কবলৈ সাহ নকৰোঁ। জানোচা আমাৰ কামত বিঘিনি হয়। তাৰ ফলত সকলোবোৰ একেদৰে থাকে। ওপৰৰ লোক সকলোৱে ভাবে সকলো সুন্দৰভাৱে চলিছে। কিন্তু তাৰ ভিতৰুত কি কেৰোণ লাগিছে সেইটো অনুভৱ কৰিব নোৱাৰে। পিচত কাম সমাধা হলে আমি

আসে ৰাহ আপত্তিৰ কথা পাহৰোঁ। নাইবা যি কৰিছে কৰিছে আমাৰ কাম সমাধা হল যেতিয়া সেইবিলাক তুলি কি লাভ বুলি আন কামত লাগো। গতিকে সকলো বেয়া, অমঙ্গলকাৰী নিয়ম যেনেতেনে থাকে।

বাৰু এতিয়া মই যাওঁ। সৌৱা ডাক্তৰ চাহাব আহিছে।

এৰা ডাক্তৰ চাহাব আহিলে তোমালোকৰ লৰা ধপৰা, কামৰ ততাতৈয়া কোনে চায়। আকৌ পিচ দিলেই সকলো অন্ত হয়। অনন্তৰ পিচৰ কথা কম্পাউণ্ডাৰে নুশুনিলে। কিয়নো তেতিয়া ভাব চিন্তা চকু কাণ ডাক্তৰ চাহাবলৈকেহে। সৰু চাকৰীয়ালে ডাঙৰ চাকৰীয়াল বা ওপৰৰ লোকক সন্তোষ ৰাখোতে ব্যস্ত। তেওঁলোকে দেশৰ মঙ্গল সাধন কৰিবলৈ কত সময় পাই ? যিখিনি সময় পায় সেইখিনি নিজস্ব স্বাৰ্থ পূৰণ কৰোতে ব্যয় হয়।

( ১৫ )

ৰামুয়ে আস্পাতালত কাম কৰিলেও তাৰ আগৰ স্বভাবৰ অলপো উন্নতি হোৱা নাই। সি এতিয়াও টকা পালে অতিপাত মদ খাই। সুবিধা পালেই মানুহক প্ৰবঞ্চনা কৰে। সুবিধা পালেই মাৰামাৰি কৰে। সি আস্পাতালত কাম কৰাৰ বাহিৰেও সময় বুজি আন আন মানুহৰ ঘৰতো কাম কৰি দুই এটকা পায়। কিন্তু সি যিহকে আৰ্জ্জক তাৰ স্বভাৱ টকা পালেই উৰোৱা। গতিকে তাৰ সাচন বোলা বস্তুৰ কথা সি নুবুজে। সিদিনা এঘৰ মানুহৰ পায়খানাটোৰ পকা ভাঙিছে। পায়খানা ভাল কৰিবলৈ আন মিস্ত্ৰী পোৱা টান। বাবুৱে ভাবিলে জমাদাৰেৰে ভাল নকৰিলে উপায় নাই। সেয়ে তেওঁ ৰামুক সুধিলে মোৰ পায়খানাটো ভাল কৰিব পাৰ ? কিয় নোৱাৰিম ?

পকা ভাল কৰা মানুহ আনিব পাৰ ?



নোৱাৰিম কিয় ? বহুতো আমাৰ মানুহ আছে—যেয়ে ভাল পকাৰ কাম কৰিব পাৰে।

ভাল কথা।

কাইলৈ আনিবি।

ইটা আৰু বালি আছে জানো ?

নাই। বাৰু মই আনিম।

নহলে ময়ে আনিব পাৰো।

আনিব পাৰিবি জানো ?

কিয় নোৱাৰিম ? পায়খানাত পুৰণি ইটা হলেও হব। নৈত বালি আছেই।

তেন্তে ভাল কথা এগাড়ী ইটা এগাড়ী বালি আনিবি। কিমান টকা লাগিব ? দহ টকা দিব।

নাই আঠ টকা দিম।

ৰামুৱে কলে বাৰু ন টকা দিব। বাবুৱে ভাবিলে আন ঠাইত ইটা বিচৰা ; বালিৰ গাড়ী বিচৰা আপদতকৈ যদি সি আনিব পাৰে ভালেই হল। আনপিনে সস্তাও হব। বাৰু কালি যেনেতেনে আনিবি। ৰামুৱে বাৰু বুলি কৈ আঁতৰিল। পিছদিনা তিনিজন তাৰ লগৰ জমাদাৰ লৈ আহিল। এজনৰ হাতত ইটাৰ কাম কৰা কৰ্ণি এখন আৰু এদাল কাঠৰ মাৰি। বাবুয়ে ইহতক দেখি কলে কাম কৰিব আহিলিনে ? বস্তুটো নাই, ইটা নাই বালি নাই, বিলাতী মাটি নাই।

নাই আমি বন্দোবস্ত কৰিব আহিছো। গোটেই ভাল কৰোতে কি দিব ?

যি কেইদিন লাগে হাজিৰা দিম।

নাই ভাল কৰোতে পঞ্চাশ টকা দিব ?

পঞ্চাশ ?

হয় কেবাজনো মানুহ খাটিম।

নাই কেৱল ছুজন মানুহৰ হাজিৰা দিম।

আন এজনে মাত দিলে পঞ্চাশ টকা ক'ত দিব? আপুনি চল্লিশ টকা দিব।

নাই বহুতো বেচি হয়। বালি, ইটা, মাটিৰ দাম আছেই কেবল কাম কৰোতে ইমান টকা দিব নোৱাৰি। মই জানো তহঁতৰ কাম ছুদিনতে শেষ হব। গতিকে এজন মিস্ত্রি আৰু জোগালিৰ দৰমহা দিলে ছয় টকাকৈ ছুদিনৰ বাৰ টকা দিম।

তেনেহলে কাম কৰা নহব।

এনেতে ৰামুৱে কলে বাৰু কৰিমেই। পিচে ইটা অনাৰ টকা দিয়ক। এতিয়াই লৈ আহো। সকলো কেইজনে কলে ষোল টকা দিব আৰু এতিয়াই বালি ইটাৰ টকা দিয়ক।

বাবুৱে কলে বাৰু টকাই দিম। যি নহওঁক সকলো কেইজনে মান্তি হ'ল। বাবুক আগতীয়া টকা দহোটা খুজিলে। এতিয়া বালি ইটা লৈ আহিম।

বাবুৱে ভাবিলে কাম উজু হ'ল। টকাও বেচি নপৰিব। গতিকে ততালিকে টকা দি বালি, ইটা অনোৱাই ভাল। তেওঁ গিৰিহঁতনীক কলে এখন দহ টকীয়া নোট দিয়াহে।

গিৰিহঁতণীয়ে আনি দিয়াত সেইখন ৰামুৰ হাতত দি কলে 'বুজিছ মই হলে আন সকলক নাজানো। তই সদায়ে আহ। তোকহে টকা দিলো।

ভাল কথা। এতিয়াই বালি, ইটা লৈ আহোগৈ বুলি টকা হাত পাতি লৈ আঁতৰ হ'ল। বাবুৱে বাট চাই আছে। কিন্তু সিহঁতৰ দেখা দেখি নাই।

লাহে লাহে বেলি ঢলি পৰিল। কাৰো দেখা দেখি নাই। বাবুৱে আবেলি ফুৰিবলৈ ওলাই গ'ল।



সন্ধিয়া সময়ত ৰামু আকৌ বাবুৰ ঘৰলৈ উভটি আহিল। "বাবু আছেনে?" বুলি সুধিলে।

বাবুৰ গিৰিহঁতণীয়ে কলে "বাবু ফুৰিবলৈ গৈছে। ইটা, বালি নানিলি দেখো?

এই আনো। সেই কাৰণে ততাতৈয়াকৈ আহিছো। গাড়ীৰ ভেৰোণ এটকা লাগে। বাবু নাই নাই আপুনিয়ে দিয়ক। ততালিকে লৈ আহো।

বাবুণীয়ে ভাবিলে হবও পাৰে। দিনতে অনা কথা আছিল। হয়তো ভৰাৰ কাৰণে বৈ আছে।

এতিয়াই আনিবি জানো?

নানিম কিয়? সকলো ঠিক কৰি আহিছো। "বাৰু নে। ততালিকে লৈ আহগৈ "বুলি আৰু একটা দিলে। সি ততাতৈয়াকৈ আতৰ হ'ল।

অলপ পিচত বাবু ঘৰলৈ উভটি আহিল। ঘৈণীয়েকে কলে ৰামু আহি আৰু এটা টকা লৈ গ'ল। গাড়ীৰ ভৰাৰ কাৰণে হেনো বস্তুবোৰ আনিব পাৰা নাই।

বাবুৱে ভাবিলে হব পাৰে। বাৰু, নিয়ক দিয়া। কাম কৰোতে কাটিলে হব। ৰাতি বহু পৰলৈ চাই আছে। গাড়ী অহা শব্দ বাটত শুনিলেই বাটলৈ চকু ফুৰায়। কিন্তু আন গাড়ীহে 'ইটা বালিৰ গাড়ী নহয়। ৰাতিটো এনে ভাবে গ'ল। কিন্তু ৰামুও নাই, ৰামুৰ ইটা বালিও নাই।

( ১৬ )

ৰাতিপুৱা উঠিয়েই বাবুৰ খঙৰ অন্ত নাই। সি নিশ্চয় মোক টগালে। সিহঁতে টকা নি নিশ্চয় মদৰ শ্রাদ্ধ কৰিছে। কিন্তু বাচাহঁতক নিশিকালে নহব। বেটা ৰামুই দিনে ইৱালৈ আহি ভাত চাহ খাই সি এনে ভাৱে প্রৱঞ্চনা কৰিব বুলি সপোনতে ভবা নাছিলো।

ঘৈণীয়েকে কলে মেতৰ জাতিক বিশ্বাস কৰে ? এতিয়া সন্তা চাওঁতে পস্তাওক।

সন্তা কথা সিমান ভবা নাছিলো। কিন্তু আন মানুহে পায়খানা ভাল নকৰে। সেয়েহে বিপদত পৰি তেনে কৰিলো। অৱশ্যে সন্তাৰ কথাও নভবা নহয়। পিচে যিয়ে নহওঁক এনে প্ৰবঞ্চক সকলক শিকনি নিদিলে নহব। সিহঁতে ভাবিছে সহজে টকা হজম কৰিব। কিন্তু সেইটো নচলে। সিহঁতে বুজা নাই মই কি কৰিব পাৰো। মই যে পুলিচৰ লোক সিহঁতে নাজানে। চোৰাংচোৱা বিভাগতহে কাম কৰো। কিন্তু আজিয়েই সিহঁতক পুলিচৰ হতুৱাই ধৰাই আনি ঠগৰ মজাপালি দিম। কথামতে কাম। ৰামু আৰু তাৰ লগৰীয়া কেজনক সিদিনাই পুলিচৰ হতুৱাই ধৰি আনিলে। সিহঁতে টকা নি মদৰ শ্ৰাদ্ধ কৰি সহজতে বৈতৰনী পাৰ হোৱা বুলি ভাবিলেও আৰু আমাৰ পৰা কত টকা পাই সেইটো থিৰাং কৰি ললেও ভবা নাছিল যে আন এখন ফান্দ আছে। যিনহওঁক ৰামুহঁত পুলিচৰ হাজতত।

এই কথা দুনীয়াই শুনি মহা বিমোৰত পৰিল। তাইৰ হাতত টকা পইছা নাই। কছাৰীত কি কৰিব লাগে সেইটো ভালকৈ নাজানে। মূঠতে নিৰুপায় হৈ তাই ডাক্তৰখানাত ইটো সিটোক সুধি উপায় বিচাৰিলে। কম্পাউণ্ডাৰে শুনি কলে কেৱল বদমাইচি। মই জানো নহয় মেতৰ যি মেতৰই। পইছাৰ কাৰণে সিহঁতে কৰিব নোৱাৰা কাম নাই। এতিয়া মৰক জেলত গেলি পচি।

দুনীয়াই কম্পাউণ্ডাৰৰ মুখত তেনে কথা শুনি তাই উচুপি উচুপি কান্দিব ধৰিলে। ৰামুৰ স্বভাৱ যেনে নহওক ৰামুক যে তাই বৰ ভাল পায়, ৰামুক এদিন নেদেখিলে তাইৰ মনত কত চিন্তাৰ জাউৰি উঠে। তাই কান্দি বহি আছে। এনেতে কম্পাউণ্ডাৰে কলে "কান্দিলে হল। যা নিজৰ কাম কৰ"। যেনে দুষ্ট অঘাইতং ভাল মজাপালি পাইছে। তহঁত জাতে পাতে সকলোৱে এনে। যা সৌ মালতীৰ কোঠাত হেনো হগা মূতা কৰিছে। ততালিকে পৰিস্কাৰ কৰি আহ। দুনীয়াই কাম কৰিবলৈ অলপো ইচ্ছা নকৰিলেও মালতীৰ কথা শুনি তাই উচাপ খাই উঠিল। তাই ততালিকে সেই কোঠালিলৈ গৈ চাফচিকোন কৰিব ধৰিলে। মালতীক যেন তাই কত ভালপায়। হঠাৎ তাইৰ কান্দোনৰ চকুলো দেখি অনন্তই সুধিলে দুনীয়া কান্দিছ কেলেই ? আস্পাতালত কেৱে বেয়া ব্যৱহাৰ কৰিছে ?



দুনীয়াই নামাতিলে। তাই বৈচিকৈহে উচুপি উচুপি কান্দিব ধৰিলে।

কি হৈছে দুনীয়া ? জানো এই আস্পাতাল এখন নৰকৰ ৰাজ্য। ইয়াত যিসকল থাকে তেওঁলোকৰ শাসন দণ্ডও ভয়ঙ্কৰ। কিয় তোক কোনোৱে কিবা বকিছে ? কাম কৰাত দায় ধৰিছে ?

দুনীয়াই একো নামাতিলে। কিন্তু তাইৰ দুগালেৰে দুধাৰ চকুলো বৈ গ'ল।

অনন্তই কলে ডাঙৰৰ সৰুৰ ওপৰত প্ৰভূত্ব, ধনীয়ে দুখীয়াৰ ওপৰত কৰা মহতালি, বাপেকে পুতেকৰ ওপৰত কৰা অন্যায় শাসন, ডাঙৰ ককায়েকে সৰু ভায়েকৰ ওপৰত কৰা আধিপত্য আৰু ডাঙৰ বিষয়া-সকলে সৰু চাকৰিয়ালৰ ওপৰত কৰা অন্যায় আচৰণ যেন জগতত চলন্তি নিয়ম হৈ পৰিছে। তাৰ ফলত সত্য, ন্যায় সকলো লুকাই পৰি জগতখন এখন মাছভজা খোলা কৰিছে। সি কৈ গল তেওঁলোকে মনত অলপো নাভাবে যে তেওঁলোকৰ এটা দুটা কথাই সৰুৰ মনত বা দুখীয়াৰ প্ৰাণত কেনেভাৱে আঘাত কৰিব পাৰে।

কিন্তু দুখীয়া সকলেও সদাই আনক প্ৰৱঞ্চনা কৰিবলৈ বা ধনী সকলক ঠগ কৰিবলৈহে বিচাৰে, সেইটো জানো আপোনালোকে নাভাৱে। এই বুলি দুনীয়াই আকৌ চকুপানী মচিলে।

দুখীয়াই ঠগ প্ৰৱঞ্চনা কৰে। কিন্তু কিহৰ কাৰণে ? সিহঁতৰ অভাৱ অনাটন গুচাবলৈহে।

সকলো ক্ষেত্রতে তেনে নহয়। আজি জগতত অভাৱ অনাটন নোহোৱা হলে জানো জগতৰ পৰা চোৰ, ডকাইত, ঠগৰ অন্ত হব। কিছুমানৰ স্বভাৱেই যে আনক ঠগি সুখ-সম্ভোগ কৰে। সি দুখীয়াই হওক বা ধনীয়ে হওঁক।

এৰা দুনীয়া! মানুহৰ প্ৰকৃতি বুজা টান। সকলো আছে তথাপি মানুহৰ মনে বিচাৰে আৰু লাগে, তাৰ কাৰণে নৰহত্যা, ডকাইতি চোৰ কৰিবলৈকো পিচ নুহুহকে। আকৌ কিছুমানৰ একো নাই তথাপি কেই টকা হাতত পৰিলে সিহঁতে মদ পি উৰুৱায়।

দুনীয়াই কলে ৰামু বৰ বেয়া। কিন্তু কি কৰিম, তাৰ যে সৰুৰে পৰা তেনে স্বভাৱ। পালেই সকলো উৰুৱায়। সুবিধা পালেই লোকক ঠগে। কিন্তু তাক জানো তাৰ এই দুঃস্বভাৱৰ কাৰণে জগতে ক্ষমা কৰিব নোৱাৰে?

দুঃস্বভাৱৰ কাৰণে ক্ষমা কৰিলে তাৰ তেনে স্বভাৱ আৰু বেয়া বিনে গতি লব। চোৰক আইনৰ দ্বাৰা শাস্তি নিদিলে যে চোৰে আসৈ পাই সকলো লুটি পুটিহে নিব। সেয়ে জগতত আইন কানুন ধৰ্ম্মৰ আলম, নীতিবাদৰ নানা কথোপকথন।

ৰামু বৰ বেয়া। কিন্তু তাক জেলত দিলে কি লাভ হব? সি জানো জেলত ভাল হব? মই দেখিছো কেবাজনো জেলৰ পৰা ওলাই আহিছে, কিন্তু সিহঁত আগতকৈয়ো বেয়াহে হৈছে। আগেয়ে জেল বুলি ভয় কৰি যিবিলাক কৰিবলৈ কাহ নকৰিছিল, এতিয়া সিহঁতে কথাই কথাই কয় কি কৰিবি? জেলত দিবি? জেলতো আমাৰ ঘৰৰ স্বৰূপ। কেইবাৰ জেল খাটিলো। জেললৈ আৰু ভয় কি!

এৰা দুনীয়া, তোৰ কথা সঁচা। জেলৰ পৰা ওলোৱা মানুহে এশৰ ভিতৰত নিৰান্নৈৰ জনে আগতকৈ বেচি দুৰ্দ্দান্তহে হয়। সিহঁতৰ মুখৰ আঁৰকাপোৰ নোহোৱা হৈ সকলো পাপ, সকলো বেয়া আচৰণ কৰিবলৈ সাহস পায়। বাৰু, ৰামু ৰামু যে কৰিছা; ৰামু কোন?



ৰামু মোৰ ঘৰৰ গিৰিহঁত। সি আজি জেলত।

জেলত? কিয়?

কাৰোবাৰ টকা ঠগ কৰি আনিছে। পুলিচে তাক ধৰি নিছে। কিন্তু ৰামু যিমানেই বেয়া নহওঁক, ৰামু নহলে মোৰ অলপো ভাল নালাগে।

টকা কোনে ঠগ নকৰে মই ভাবি নেপাওঁ। বেপাৰীয়ে টকা জমায় কিনোতাক ঠগি। ধনীয়ে টকা কৰে দুখীয়াক মাৰি। মন্ত্ৰী মেম্বৰে টকা কৰে তেওঁলোকৰ চৰা দৰমহা ন্যায় প্ৰাপ্য বুলি। আকৌ আনবোৰৰ কথাকে নকওঁ; ব্লেকমাৰ্কেটাৰ, দুৰ্নীতি পৰায়ণ লোক, চোৰ, লম্পট, ডকাইত এইবোৰকতো সমাজে দেখাদেখিকৈ দোষ দি থৈছে। টকাই যেন জগতখন দুৰ্নীতিপৰায়ণ কৰিছে। আনকি টকাৰ কাৰণে সাধাৰণ খেতিয়ক চহা লোকেও বাৰীৰ শাক-পাচলি বা খড়ি কটীয়াই খৰি কেডালো বেচি দামত বিকি জগতখন এখন মাছ ভজা খোলা কৰি দুৰ্ভিক্ষ, অনাটন, আকালৰ বিকট মূৰ্ত্তিৰ সৃষ্টি কৰিছে।

আন বস্তুৰ দাম হলে দুখীয়া খেতিয়ক বা আন ইতৰ লোকে বস্তু বেহানিৰ দাম নকৰি উপায় কি?

বুজিছ দুনীয়া, সাধাৰণ খোৱা বস্তুৰ বেহা-বেপাৰ কৰে সাধাৰণ লোকে। গতিকে সাধাৰণ লোকসকলে ঘৰত হোৱা বস্তুবোৰৰ দাম সস্তা কৰিবলৈ দিনচেৰেক মন বান্ধিলে সকলো বস্তু সস্তা হব।

কিন্তু তেওঁলোকে কাপোৰ-কানি বা আন লাগতিয়াল বস্তুবোৰ কেনেকৈ পাব? তেওঁলোকে যে সেইবোৰ কিনিব নোৱাৰিলে জুৰুলা-জুপৰা হব।

সাধাৰণ চকুৰে চালে সেইটো জল্‌জল্ পট্‌পট্‌কৈ দেখিবি, কিন্তু অলপ গভীৰভাৱে ভাবিলে দেখিবি কথা ওভোতা। সাধাৰণক লাগে খোৱা বস্তু, আৰু গাত মেৰুৱা কাপোৰ-কানি। কিন্তু সেইবোৰ যদি

নিজে কৰিবলৈ চেষ্টা কৰে তেন্তে বজাৰৰ দামৰ লগত তেওঁলোকৰ সম্বন্ধ নোহোৱা হব। আনপিনে সেইবোৰ বস্তুৰ দাম সস্তা হলে তেওঁলোকৰ ওপৰত নিৰ্ভৰ কৰা লোকসকলোৱে সকাহ পাব। তদুপৰিও আন আন বস্তুৰ দাম কমাবলৈ গৱৰ্ণমেণ্টক লাগিপৰি ধৰিব পাৰিব। বাৰু যাওঁক, আমি যিমানেই আদৰ্শবাদী নহওঁ জগতৰ সোঁত আপোন মনেৰে চলিব। সাধাৰণ লোকসকলেও লাগতিয়াল বস্তুবোৰ ঘৰতে কৰিবলৈ মন নেমেলে ; আকৌ ৰাইজৰ গৱৰ্ণমেণ্ট হলেও ৰাইজৰ উপকাৰতকৈ জনদিয়েক বা নিজৰ স্বাৰ্থ ৰক্ষাৰ কাৰণেহে ব্যাকুল। বাৰু, সেইবোৰ যাওঁক, পিচে ৰামুক জেলৰপৰা উলিয়াবলৈ উপায় কি পাঙিছ ?

মই তিৰোতা মানুহ। মই সেইবোৰৰ কি উপায় কৰিম ? মই জানো ভাত মাছ খাব—আন কি জানো ? দুসাজে ভাত কেইটা পালে আৰু কাষত ল'ৰা-ছোৱালী দুটা আৰু ৰামু থাকিলেই মোৰ আনন্দ।

এৰা এয়ে সাধাৰণ লোকৰ অৱস্থা।

কিন্তু বিধিয়ে তাতো বিধিপথালি দিয়ে।

আমি সৃষ্টি কৰিম আমাৰ বিপদ ; আমি গঢ়িম অকাল-অনাটন, আমি আনিম মহাৰণ কিন্তু দোষ দিম নেদেখা নুশুনা বিধিক বা ঈশ্বৰক। পিচে এটা কথা মোৰ লগত কাছাৰীলৈ বল। ৰামুক উলিয়াই আনিব পাৰোনে চাওঁগৈ।

আপুনি যদি মোক সহায় কৰে কৰিব পাৰে। নহলে মই তিৰোতা মানুহ মোৰ উপায় ক'ত আছে ? বুধিয়েৰা কোনে দিব ?

আমাৰ এই জনৰ ভিতৰত আশীজনে তেনে ধৰণৰ। তোৰ কথা কি কম, কাছাৰীৰ আওভাও ময়ে নাজানো। আমি বি. এ. লৈ পঢ়িছোঁ। কিন্তু পঢ়া কিতাপত থকা বিষয়ৰ বাহিৰে আন একো



নাজানো। তথাপি বল কাছাৰীত মোৰ এজন উকীল বন্ধু আছে। তেওঁৰ লগত কথাবতৰা হৈ কি কৰিব লাগে কৰিম।

আপুনি মোৰ আই বোপাই। এনে বিপদত ৰক্ষা কৰিলে কৰিব পাৰে। নহলে মোৰ উপায় নাই।

দহবজাত কথামতে অনন্ত আৰু তুনীয়া কাছাৰীলৈ গ'ল। অনন্তই ইমান দিন পঢ়িয়ে আছিল। তাৰ পাঠ্য-পুথি আৰু বাহিৰা কিতাপবোৰত পোৱা নানা আদৰ্শৰ ৰাজ্যতে কি বিচৰণ কৰিছিল। আকৌ পঢ়া শেষ কৰি নিজৰ স্বাৰ্থলৈ অলপো নাভাবি দেশৰ আৰু দহৰ ভাল কৰোঁ বুলি আৰু ছবি আদি শিল্পকলাৰ উন্নতি সাধন কৰো বুলি সি আদৰ্শ-জগততে ঘূৰিছিল। সি সমূলি মোল নাপাইছিল কাছাৰী কি ? সি সমূলি নাজানিছিল ধৰ্ম্মৰাজ্য আৰু ন্যায় বিচাৰালয়ৰ নামত আন এখন কি নৰক-ৰাজ্য আছে। সি নাজানিছিল য'ত শত শিক্ষিতলোকৰ মিলন-মন্দিৰ তাত এখন স্বাৰ্থৰ কি বহুল ৰাজ্য। তাত উচ্চ শিক্ষিত হাকিম আছে, উকীল আছে, আমোলা-মহৰী আছে আৰু কত কি আছে। সকলো ন্যায় সুবিচাৰলৈ হামবাও কাঢ়িছে। কিন্তু প্ৰতি পদতে কত দুৰ্নীতি, কত স্বাৰ্থৰ টনাটনি, সুবিচাৰৰ ঠাইত কত অবিচাৰৰ মহামেলা চাই মানুহে আচৰিত হব লাগে। শিক্ষাৰ আদৰ্শ কি বীভৎসতাত পৰিণত হৈছে। যিনহওক অনন্তই তেওঁৰ বন্ধু সাগৰক লগ পাই তুনীয়া আৰু ৰামুৰ সকলো কথা কলে। অনন্তই তুনীয়াৰ কথা যেতিয়া কৈছিল তেতিয়া সাগৰৰ চকু অনন্তৰ পিনে নপৰি পৰিছিল তুনীয়াৰ মুখলৈ। সাধাৰণ মেতৰণী যাক চুলেও চুৱা যায়, যাৰ কাষ চাপিবলৈকো শতবাৰ ভাবিব লাগে ; সেই জাতিৰ তিৰোতাৰো সৌন্দৰ্য্য থাকিলে সেই সৌন্দৰ্য্যই যে জগতৰ সকলো আভিজাত্য বা নিকপ্‌কপীয়া জাতিৰ লোকৰ চকুকো আকৰ্ষণ কৰে বা সুবিধা পালে জাতি অভিমান দূৰৈত পেলাই আনন্দ উপভোগ কৰিবলৈ মন মেলে, ইও সভ্য জগতৰ জনাশুনা লুকাভাকু

খেলা। অনন্তই কৈ থাকোতে সাগৰে হাঁহি কলে মেতৰ-মেতৰনীৰ কথা, তাত তুমি সোমালা কিয় ? নে তুনীয়াৰ ৰূপ-মোহে তোমাকো টানিছে ?

ছিঃ তেনে কথা কিয় কোৱা ? মানুহৰ ৰূপ-সৌন্দৰ্য্যতকৈও আৰু কিবা থকা বুলি নাভাবানে।

বুজিছা অনন্ত, জগতত বহু আদৰ্শবাদী আছে। বহুত কিতাপত ধৈৰ্য্য, সংযমৰ কথাও পঢ়িছোঁ, বহু জ্ঞানগৰ্ভৰ কথাও শুনিছোঁ। কিন্তু এটা কথা অৰ্থাৎ সৌন্দৰ্য্য-ৰূপ-মোহত ভোল নোযোৱা লোক অতি কম আছে বুলিহে মোৰ বিশ্বাস।

বাৰু তোমাৰ বিশ্বাস এৰা। তাই বৰ দুখত দুখী, এনেবোৰ উপলুঙা কথাই তাইৰ মৰ্ম্মস্থলত আঘাত কৰে। বুজিছা সাগৰ, সকলো সময়তে সকলো কথা কোৱা বৰ আপচু। এনেবোৰ কথা সাগৰ আৰু অনন্তই কৈ থাকোতে তুনীয়াৰ কি হৈছিল সেইটো সহজে অনুমান কৰিব পাৰি। তাই মনে মনে ভাবিছিল ইমান শিক্ষিত লোক-সকলে কেনেকৈ মুখৰ লাগবান্ধ নোহোৱাকৈ এনেবোৰ কুৰুচ কথা কব পাৰে ? তাই ভাবিছিল শিক্ষিত সভ্য লোকসকলৰ কি লাজ-হুকম বোলা বস্তু নাই ? বিশেষত অনন্ত হেন বিজ্ঞ, দয়ালু লোকক তাইৰ ৰূপ-সৌন্দৰ্য্যলৈ আনে টনাটনি কৰাতো তাইৰ মনত বিষম যেন লাগিছিল। সাগৰে অনন্তক কলে, "কি পাতিছা তুমিহে জানা। পিচে মোকৰ্দ্দমাৰ যে কথা কৈছা সেইটো বৰ সহজ। ৰামুৰ কাৰণে জামিন হবলৈ এখন দৰ্খাস্ত দিলে বা এজন জামিন যোগাৰ কৰিব পাৰিলে তাক এতিয়াই মুকলি কৰি আনিব পাৰিম।

পিচে মেতৰৰ জামিন কোন হব ? এই তুনীয়া তহঁতৰ কোনোবা জামিন হব পৰা লোক আছে ?"

জামিন কি তুনীয়াই নাজানে। তদুপৰিও সাগৰৰ উক্তিবোৰ তাই সমূলি ভাল পোৱা নাছিল ; গতিকে তাৰ কথাৰ উত্তৰ দিবলৈ



তাই মুখ তুলিব নোৱাৰিলে। এনেতে অনন্তই কলে, "আন জামিন ক'ত পাব ? বাৰু ময়ে হম।"

তুমিয়ে জামিন হবানে ? তেন্তেতো ভাল কথাই। কিন্তু ভৈয়াই আমাকো ভাগ দিব নাপাহৰিবা। তুমি নিজে জামিন হবলৈ ওলাইছা যেতিয়া কথা বহুতো দূৰলৈ গৈছে। আমি নুবুজা নহয়। বাৰু ৰবা, সৌৱা মহৰী আহিছেই। হেৰা কেদাৰ, এখন জামিননামা আৰু জামিনৰ দৰ্খাস্ত লিখি আনা। যোৱা, তেওঁৰ পিচে পিচে যোৱা, সকলো ঠিক কৰি দিব। মোৰ আন এটা মোকৰ্দ্দমাত জেৰা সুধিব লগা আছে। এতিয়াই আহিম। যাওঁতে দেখা নিদিয়াকৈ নাযাবা। তেওঁলোক মহৰীৰ পিচে পিচে গ'ল।

মহৰীয়ে সুধিলে "কিহৰ জামিন ?"

অনন্তই সকলো ভাঙি কলে।

অ' সহজতে হব। পিচে এটা কথা জামিননামা, দৰ্খাস্ত, আমোলা আৰু পুলিচ, দাৰোগা আদিক দিবলগীয়া ধন আটাইখিনি মিলি দেড়কুৰিমান টকা লাগিব। জানাই নহয়, মকৰ্দ্দমা মানে টকাৰ্দ্দমা। তাতে জামিনত খালাচ কৰি অনা কথা। দাৰোগাক ভাল ধন নিদিলে আজি নহৈছে।

অনন্তৰ হাতত তেতিয়া মুঠতে একুৰি টকাহে আছিল। তাতকৈ বেচি লাগিব বুলি সি ভবা নাছিল।

মহৰীয়ে কলে অৱশ্যে উকীলবাবুৰ চিনাকি লোক যেতিয়া মোক নিদিলেও হব। কিন্তু দাৰোগা, পেস্কাৰ আদিক নিদিলে নহব। চোঁৱা, দাৰোগাৰ কাষ চপাই টান। হাতত টুপলি দেখিলেহে টোপোলাই নাচে। চাবাচোন এতিয়াই তেওঁৰ মূৰ্ত্তি, বুলি দাৰোগাৰ কাষ চাপিল।

বোলো দাৰোগাবাবু, সেই মেতৰকেজনক ধৰি আনিছে যে, তাৰে এজনক জামিনত খালাচ কৰিব লাগে।

নাম কি ? অৱশ্যে দাৰোগাই মেতৰ বোলোতেই কি মোকৰ্দ্দমা

বুজিছে। কিন্তু নজনাৰ ভাওধৰি কলে, "নাম নহলে মোকৰ্দ্দমা চাব পাৰোনে? নাম কি?"

অনন্তই কলে, "ৰামু"

তোক কোনে সুধিছে? বৰ কথা কব পাৰ যদি খালাচ কৰিবলৈ মোক কিয় লাগে?

অনন্তই দাৰোগাৰ কথা শুনি লাজ পালে। কিয়নো এনে ব্যৱহাৰ তাৰ জীৱনত কাহানিও কাৰোপৰা পোৱা নাই। তাৰ মনত ভয়ঙ্কৰ খণ্ড উঠিলেও খণ্ড মনতে ৰাখি মনে মনে ৰ'ল। কিয়নো সি জানে আজি সভ্য জগতত খেৱা চাই লাঙি চলাব নাজানিলে সকলোপিনে বিপাক।

বিশেষতঃ এই সময়ত দাৰোগাই সৰ্ব্বপ্ৰধান।

এনেতে মহৰীয়ে কলে, "তেতিয়াই কৈছো নহয় ধন নহলে কাম নহয়।"

অনন্তই উপায় নাপাই মহৰীক দূৰলৈ মাতি আনি তাৰ হাতত থকা একুৰি টকা দি কলে এয়ে মোৰ হাতত আছে। ইয়াৰে যি পাৰা কৰা। মহৰীয় কলে, "দেখিছাই নহয় তেওঁৰ উগ্ৰমূৰ্ত্তি। অলপতে ক'ত সন্তোষ হব? ইপিনে আকৌ কেইটকামান দৰ্খাস্ত আদিতো লাগিব। আকৌ পেস্কাৰ বাবুটো আছেই।

কি কৰিম মোৰ হাতত যে আৰু নাই।

বাৰু চাওঁ কি কৰিব পাৰোঁ।

অনন্তই এনে কাণ্ডবোৰ দেখি যেন এতিয়াই তাৰপৰা গুচি আহে। কিন্তু কি কৰিব? বেচেৰী তুনীয়াৰ কথা ভাবি সি যেন সকলো সহিব পাৰে এনে ভাব ললে। আজি তাৰ নিজৰ এনে ঘটনা হলে হয়তো তাতে দাৰোগাক তুষাৰ শুনাই আহিলহেঁতেন। নাইবা আন অঘটন ঘটালেহেঁতেন। কিন্তু তাৰ এষাৰ কথাত হয়তো তুনীয়াৰ আৰু বহুতো বেয়া হব পাৰে; এই ভাবি সি ভিজা মেকুৰীয়ে



হৈ থাকিল। কিন্তু তাৰ মনত কাছাৰীৰ সকলো মানুহৰ ওপৰত যেন এটা মহা বিৰক্তিৰ ভাব হ'ল। তদুপৰিও ভাব হ'ল, "এয়েনে ৰক্ষকৰূপ ভক্ষক? ইহঁতকে আমি শান্তিৰ ৰক্ষক কৰি, আপদ বিপদৰ সহায়কাৰী কৰি, ইহঁততে সকলো বিশ্বাস থাপি, দুৰ্নীতি অত্যাচাৰৰ অন্তকাৰী বুলি ভাবি গবৰ্ণমেণ্টে সুন্দৰভাৱে চকু মুদি আছে।

যি নহওঁক মহৰীয়ে যি নকৰক অনন্তই আৰু এই পাষণ্ড আচৰণৰ লোক দাৰোগাজনৰ কাষ চাপিবলৈ ইচ্ছা নকৰিলে। আনকি কাছাৰীৰ ভিতৰত আৰু বা কোন কোন লোক আছে, এই কথা ভাবি তাত সোমাবলৈকো তাৰ মনত আশঙ্কা হ'ল। সি গছ এদালৰ তলতে থিয় হৈ থাকিল আৰু মহৰীক কলে, "যোৱা, তুমিয়ে যি পাৰা কৰাগৈ। মোৰ সেইবোৰৰ ওচৰ চাপিবলৈ ইচ্ছা নাই। টকাও আৰু হাতত নাই। যদি সেয়ে নহয় আজিলৈ উভতিয়ে যাব লাগিব।"

এনেতে তুনীয়াই কলে, "ৰামুক মুকলি কৰিব নোৱাৰে যদি থাকক। আপোনাৰ বৰ কষ্ট হৈছে। বলক আস্পতাললৈ যাওঁ।

তুনীয়াৰ তেনে বেথালগা কথাশুনি অনন্তই ভাবি ৰ'ল জগত কি বিচিত্ৰ! সভ্যতা, শিক্ষাই জগতক কোনপিনে টানি নিছে? আকৌ অসভ্য, অজাতি, নীচ বুলি যিবোৰক ঘৃণা কৰোঁ সেইবোৰ কিমান ওপৰত আছে। সি অলপ ভাবি কলে, "তুনীয়া, ৰামুক মুকলি কৰি নগলে মোৰ শান্তি ক'ত? তোৰেই বা শান্তি ক'ত? চাওঁচোন কি হয়। যদি সমূলি নহয়েই তেন্তে কাইলৈ আৰু টকা লৈ আহি কিবা উপায় কৰিব লাগিব।"

তুনীয়াৰ চকুলো আপোনা-আপুনি বৈ আহিল। অনন্তই ভাবিলে ৰামুৰ মুক্তিৰ আশা নেদেখি তাই কন্দিলে; কিন্তু তুনীয়াৰ চকুলো বৈছিল অনন্তৰ পৰৰ কাৰণে অনুভৱ কৰা অন্তৰ দেখি। এনেতে মহৰীয়ে আহি কলে, "ৰবা, মান্তি কৰইছোঁ! পেস্কাৰকো দিহা

লগাইছোঁ। বোলে ধন নাপালে কথাকে কব নোৱাৰি। এতিয়া দৰ্খাস্তখন ততাতৈয়াকৈ লিখি আনো বুলি সি লৰালৰিকৈ আনপিনে গতি কৰিলে। অলপ পিছতে এখনি দৰ্খাস্ত লিখি টিকট লগাই অনন্তৰ চহী ললেহি।

অনন্তই কলে, "তুমি বৰ কষ্ট কৰিছা। সেইবোৰৰ ওচৰ চপাও এটা মহাসমস্যা।"

কি কৰিবা, আমি নগৈ নোৱাৰোঁ। মক্কেলে সেইবোৰ নুবুজে। উকীলে ওপৰে ওপৰে টকা পায়। আমি যে কি লটিঘটি হব লাগে আমিহে জানো বুলি সি আকৌ লৰাধপৰাকৈ গ'ল। দাৰোগাৰ ওৰৰ পাই কলে, কি কৰিব দাৰোগাবাবু, মেতৰ মানুহ জানেই দেখো বেটাহঁতৰ খাবলৈ ভাত নাই। টিঙত পানী খায়। তথাপি কোনোমতে টানিধুহি টকা দুটা আনিছোঁ। তাকে লওক। কি কৰিব বৰি মাটি কোবাই-ধোবাই যি পালা। দাৰোগাই হাঁহি মাৰি, "বাৰু দিয়া, বেটাহঁতৰ, নাই চাল-বাকলি মদ খায় তিনি টেকেলি," বুলি টকা দুটা হাতত লৈ ততালিকে ৰিপোর্ট দেখুৱাই সোনকালে জামিনৰ কাকত আনিবলৈ দিলে। পিচত যি কৰিবলগীয়া সকলো কৰি হাকিমৰ হুকুম লৈ ৰামুক খালাচ কৰি দিলে। মহৰীয়ে ৰামুক লগত লৈ আহি কোনোমতে ৰক্ষা পৰিল। "টকা কিন্তু আৰু কেটামান লাগিছিল। কি কৰিবা, কোনোমতে কাকুতি-মিনতি কৈহে মুক্ত কৰিলোঁ। বাৰু মোক একো নালাগে। উকীলবাবুৰ চিনাকি মানুহ। মই আন মোকৰ্দ্দমাৰ খোজখবৰ কৰিবলৈ যাওঁ" বুলিয়েই বেগাই খোজ ললে।

যিনহওঁক অনন্তৰ টকা যেয়ে নাখাওঁক, কোনোমতে যে ৰামুক মুক্ত কৰিব পাৰিলে আৰু অফিচৰ ভিতৰলৈ গৈ লটিঘটি খাব নালাগিল তাতে অনন্তৰ আনন্দ। মুঠতে কাছাৰীৰ অভিজ্ঞতাই অনন্তৰ মন শিক্ষিত সমাজৰ ওপৰত বিষাক্ত কৰি তুলিলে। অনন্তই ইমান দিনে শুনি আহিছিল মৃত্যুৰ পিছত এখন নৰক ৰাজ্যৰ বিভীষিকাৰ



কথা। কিন্তু সেইটো সি সমূলি বিশ্বাস কৰা নাছিল। কিন্তু আজি সি নৰকতকৈও ভীষণ ঠাই জীৱন অৱস্থাতে নিজ চকুৰে দেখি বিশেষকৈ তেনে ৰাজ্যৰ সৃষ্টিকৰ্ত্তা এই শিক্ষিত সমাজেই বুলি ভাবি অনন্তৰ মনত বৰ্ত্তমান শিক্ষাৰ ওপৰত এটা তিতা ভাব উপজিল। সি ৰামুক একো নকলে। কবই বা কি? ৰামুৱে শিক্ষা পোৱা নাই, সমাজ দেখা নাই, কোনো ভাল কিতাপ পঢ়িব পৰা নাই, গতিকে তাৰ মনৰ অৱনতি এই শিক্ষিত দলৰ মনৰ অৱনতিৰ লগত বিজালে সেইটো সমূলি ধৰিব নলগীয়া বুলি তাৰ মনত খেলালে। ৰামুৱে অলপ কেটামান টকা ঠগিছে, কিন্তু এই শিক্ষিতদলে কতপ্ৰকাৰে মুহূৰ্ত্তে মুহূৰ্ত্তে ঠগিব ধৰিছে, কত মেৰ-পাকৰ জাল তৰিছে সি ভাবি বিতত হ'ল। তদুপৰিও তাৰ ভাব হ'ল এনেবোৰ লোকেই সমাজত শিক্ষিত জনাবুজা বুলি, ভদ্ৰ, সভ্য বুলি টিঘিলঘিলাই ফুৰিছে। মান-সম্ভ্ৰম পাইছে। ওৰে বাটটো সি একো নামাতি আস্পতাললৈ আহিল। ৰামুৱেও তাৰ কামৰ কাৰণে বিশেষকৈ পুলিচৰ হাতত ধৰা পৰি লাজ পাই সিও একো নামাতি পিচে পিচে গৈছে। ডুনীয়াইও অনন্তৰ কামৰ কাৰণে কৃতজ্ঞতাৰ আনন্দত আৰু ৰামুক কোনোমতে মুক্ত কৰি আনিব পৰাৰ কাৰণে কি কব, কি নকব ভাবি একো নাপাই অনন্তৰ লগে লগে নামাতিয়ে গ'ল। আস্পতালৰ কাষ পাওঁতে কম্পাউণ্ডাৰে ৰামুক দেখি ডুনীয়াক কলে, "কিঔ! ইয়াক বোলে পুলিচে ধৰি নিছিল। নিনিবই কিয়? বেটা পৰক ঠগিবি আৰু মদ খাবি। পুলিচৰ টাঙোন খালিনে নাই? অনন্ত ইহঁতক ক'ত পালাহে? কাম কৰিব লাগে, খাব লাগে, সেয়া নকৰি জুৱাচুৰি।"

অনন্তই কম্পাউণ্ডাৰৰ কথা শুনি মনে মনে ভাবিলে জগতত এনে সৰল সহজ কথাটো, "কাম কৰিব লাগে খাব লাগে" কেইজনে পালিছে? প্ৰায় সকলোৱে যে কাম নকৰাকৈ পৰৰ ওপৰত নিৰ্ভৰ কৰিছে আৰু দেখা ঠগ, নেদেখা ঠগেৰে, লোকে বুজা ঠগ, নুবুজা

ঠগেহে, সভ্য ঠগ আৰু অসভ্য ঠগেৰে জগতৰ পোহাৰখন চলাই গৈছে! তাতে কত বেহাৰেপাৰ, কৰ্ম্মচাৰী, দেশকৰ্ম্মী নাম লৈছে ভাবিলে আচৰিত হব লাগে। তথাপি সকলোৱে ন্যায় অৰ্জ্জন, ন্যায় বিচাৰৰ কথা শতমুখে কৈ ওৰ নাপায়। কম্পাউণ্ডাৰে সুধিলে, "অনন্ত আৰু কলৈ গৈছিলা? ইহঁতক ক'ত পালা?"

কাছাৰীৰেপৰা লগ ধৰিছোঁ।

চাবা, ত্নীয়াৰ বৰকৈ লগ ধৰিছা দেখো।

কম্পাউণ্ডাৰৰ সেইকথা শুনি অনন্তৰ বৰ খঙ উঠিল। কথা চম্ভালি কবাহে। য'তে যি পোৱা তাকে নকবা।

এনেতে ত্নীয়াই কলে, "যেয়ে যেনে, তেনেহে ভাবিব পাৰে। আনৰ ভালটো দেখা বৰ কম।"

কম্পাউণ্ডাৰে কলে, "যোৱা বেগাই যোৱা, বেমাৰীৰ আজি অৱস্থা বৰ বেয়া। বেমাৰী এৰি ঘূৰি ফুৰিলে বেমাৰী ভাল হবনে? আজি ভালে থাকিলেহে আশা কৰিব পাৰা।" অনন্তই কম্পাউণ্ডাৰৰ কথা শুনি বেগাই মালতীৰ কাষলৈ গ'ল। বামু আৰু ত্নীয়ায়ো বেগাই সেই কুঠৰীতে সোমাল।

( ১৭ )

সকলোৰে মুখত উদাসীন ভাব। যেন কিবা ভৱিষ্যত অঘটন ঘটাৰ সম্ভাৱনাত সকলো আকুল। অনন্তই এবাৰ ডাক্তৰৰ মুখৰ পিনে এবাৰ মালতীৰ শেঁতা মুখখনিলৈ চায়। ত্নীয়াই খাট খনৰ কাষত বহি যেন কিবা অজানা অস্বাভাৱিক ভাবত বিভোৰ। তাইৰ যেন, হৰিণা পহুৰ দৰে চকুজুৰিয়ে অলৰ-অচৰ ভাৱে থিৰ হৈ কেৱল কিবা চাই আছে। যেন চকুজুৰিৰ শক্তি নাই—আন পিনে ঘূৰি কিবা চায়। মালতীৰ মাকে কেৱল কান্দিছে। ত্নইগালে ত্নধাৰ লো আপোনাআপুনি বৈ গৈছে। হঠাৎ ডাক্তৰে কলে, "আৰু ভয় নাই! এই বেজীটো দিব পাৰিলোঁ যেতিয়া আৰু ৰক্ষা পৰিব।" যেন শূন্য আকাশত ততালিকে ৰামধনু উঠিল। সকলোৰে মনে যেন এতিয়াহে ভাবিবলৈ সময় পালে। অনন্তই কলে, "আৰু কিবা দৰব কিনি আনিব লাগিব নে?"

নাই আনবোৰ আছে। এঘণ্টা আগেয়ে যেনে অৱস্থা হৈছিল আশা নোহোৱা হৈছিল। অন্তৰৰ হাওফাওৰ অৱস্থা বৰ বেয়া হৈছিল কিন্তু এতিয়া বহুতো উন্নতি হৈছে। এই বেজীটো দিব নোৱাৰিলে ভয় আছিল। কিন্তু এইটো যেতিয়া সহ্য কৰিব পাৰিছে আৰু ৰক্ষা কৰিব পাৰিম।

যি লাগে কবক মই সকলো যোগাৰ দিম।

তোমাৰ কি হয়?

অনন্তই এনে প্ৰশ্নৰ উত্তৰৰ নিমিত্তে অলপো সাজু নাছিল। "এবা অনন্তৰ মালতী কি হয়? কিহৰ কাৰণে সি সকলো কষ্ট কৰিছে ধন-কড়ি ভাঙিছে। আকৌ একো নোহোৱা বুলি কলেও কেনে কেনে দেখি। অনন্তই ইয়াৰ উত্তৰ দিব নোৱাৰি বিমোৰত পৰাত

কম্পাউণ্ডাৰে ওতালিকে কলে, "কি হব ? তেওঁ বেলেগ গাঁৱৰ, এওঁ লোক বেলেগ গাঁৱৰ ।"

ডাক্তৰে কম্পাউণ্ডাৰৰ তেনে কথা শুনি আচৰিত হ'ল । কিয়নো ডাক্তৰে এই কেইদিন নিজ চকুৰে দেখিছে—অনন্তই কিমান টকা ভাঙিছে, কিমান কষ্ট কৰিছে । আপোনাৰজন নহ'লে এনে কৰা কোনোৱে ভাবিব নোৱাৰে ! কিন্তু পিছ মুহূৰ্ত্ততে ডাক্তৰে অইন ভাব ললে । ভালপোৱাত কি কৰিব নোৱাৰে ? জাতিকুল, ধনসম্পদ সকলো যে ভালপোৱাত উটি ভঁাহি যায় । যি নহওক কম্পাউণ্ডাৰক কলে, "বুজিছা কম্পাউণ্ডাৰ, মানুহৰ মনটোৱে ডাঙৰ কথা । মন ডাঙৰ হলে আপোন-পৰৰ বিভিন্নতা গুচে ! ধন-সম্পদৰ কথা তলত পৰে । দুখীয়ালৈ সহানুভূতি, দয়া কৰা সকলোৰে কপালত নঘটে ।"

কম্পাউণ্ডাৰে কলে, "এৰা, তাৰ ভিতৰত আকৌ বহুতো কথা । তিয়ঁহৰ জালিৰ ভিতৰত গুটি থাকে, আকৌ সেই গুটি একোটাৰে একোজোপা গছহে আকৌ কত তিয়ঁহ লাগে ।"

তাৰ মানে ?

মানে কি হব ? মানুহৰ মনটোত ওপজা দয়া সহানুভূতি মৰমৰ গুটিবোৰৰ আচল বা গুৰি ক'ত ? আকৌ সেই গুটিবোৰৰপৰা কি শিপা মেলি কি গছৰ ৰূপ ধৰে সেইটাহে ভাবিবলগীয়া ।

ডাক্তৰে কম্পাউণ্ডাৰে কিহলৈ আঙুলিয়াইছে সেইটো সহজতে অনুমান কৰিব পাৰিলে । যিনহওঁক কথা ঘূৰাই কলে, "বেমাৰী অলপ ভালৰ পিনে গতি লৈছে । কিন্তু এতিয়াও বিপদৰ হাত এৰাব পৰা নাই । সকলোৱে কিন্তু সাৱধানে শুশ্ৰূষা কৰিবা" বুলি ডাক্তৰ আঁতৰ হ'ল । কম্পাউণ্ডাৰে অলপ কিবাকিবি কৰি তুনীয়ালৈ চালে । অৱশ্যে তেতিয়া তেওঁৰ যে বিশেষ কাম আছিল এনে নহয়, কিন্তু তুনীয়াৰ লগত দুষাৰ কথা পাতিব বুলিয়েই সি তেনেকৈ পলম কৰিলে । সি তুনীয়াক কলে, "বুজিছ তুনীয়া, তোৰ কাম আজিকালি বৰ বেয়া হব ধৰিছে । আন বেমাৰীবোৰৰ কাষত ময়লাবোৰ পৰি থাকে কিন্তু সেইবোৰলৈ তোৰ মনকাণ নাই । কেৱল এটা বেমাৰীকে চালে নহয় ।"



তুনীয়াই কলে, "ক'তা সকলোৰে ওচৰত থকা ময়লাবোৰ চাফ্ চিকুণ কৰিছোঁ দেখো ।"

চাফ্ চিকুণ কৰিছ । বলছোন মোৰ লগত বল । ক'ত কি কৰিছ মই দেখাওঁ । আকৌ মাতিলে লগ নাপাওঁ । তোক মাতিবৰ কাৰণে আৰু এটা পিয়ন ৰাখিবলগীয়াত পৰিছে । এনেকৈ কাম কৰিলে নহব । কাম যাব । ৰামু ! তোৰ তুনীয়াৰ মই কাম ৰাখিব নোৱাৰিম । কতো একো নকৰে । কাৰো কথা-বতৰা নুশুনে । কেতিয়াবা মাতিলে নাপাওঁ । দিনটো লেউলেউকৈ ক'ত ফুৰিব, কাৰ লগত ফুৰিব তাৰ শুংসূত্ৰ নাপাওঁ । এনেকৈ কাম কৰিব পাৰেনে ? আজি দিনটো নাই ।

তুনীয়াই কলে, "আজি যে কাছাৰীলৈ গৈছিলোঁ" ।

কাছাৰীলৈ গৈছিলিনে ক'লৈ গৈছিলি মই সকলো শুনিছোঁ । বোলো চৰকাৰী কামে কাছাৰী-ফাচাৰী নুবুজে । ডাক্তৰ চাহাবে কেইবাৰ আহি তোক নাপায় । ক'ৰবালৈ গলে ছুটী লৈ যাব লাগে ।

মইতো সেইটো নাজানো । মইতো কাহানিও ছুটী লোৱা নাই ।

নাজানি লোকৰ পিছে পিছে ফুৰিলে কাম থাকেনে ? কি কোৱা অনন্ত । চৰকাৰী কাম ! বুজি-চম্ভালি চলিব লাগে । তুমিয়ে কোৱাচোন তাইৰ কামটো গ'লে তুমিয়ে দিব পাৰিবানে ? পিচে ৰামু তোৰটো কাম গৈছে । নতুন মানুহ লৈছে । তুমি কাম কৰিলে চৰকাৰী কাম নাথাকে । ৰামুৱে কলে, "বাবু আপুনি অনুগ্ৰহ কৰিলে আকৌ দিব পাৰে ।"

অনুগ্ৰহ-তনুগ্ৰহ নাই । যেনে মতা তেনে মাইকী ! যোৰো যোৰ পাভ যোৰ ! বোলে তহঁতৰ কাম দেখি মোৰ অলপো মৰম-দয়া নোহোৱা হৈছে । মই জানো কাম । চৰকাৰী কাম । যেয়ে সেইবোৰ

আওহেলা কৰে তালৈ মোৰ মৰম দয়া নাই। এনেয়ে •বেতন নিমিলে।

বাবু, আপুনি দয়া কৰিলে কাম……।

দয়া, মায়া নাই। তোৰতো গৈছে গৈছে দুনীয়াৰো কাম থাকেনে নাই কব নোৱাৰোঁ। চাহাবে বৰ অসন্তোষ পাইছে, বুলিয়েই আঁতৰ হ'ল। অলপ নিলগলৈ গৈ কলে, "বোলো হালেই যাবিচোন কিবা কৰিব পাৰোনে চাম।"

অনন্তই আগৰপৰা গুৰিলৈ কম্পাউণ্ডাৰ, ডাক্তৰ দুজনাৰে কথা শুনি আছিল। তাৰ যেন ভাব হৈছে সি যেন এখন নতুন ৰাজ্যত সোমাইছে। সেই ৰাজ্যৰ আওভাও, কথাবতৰা, আচাৰ-ইঙ্গিত যেন সকলো নতুন লাগিছে। সি ইমান দিনে কলেজত পঢ়িছিল, খাইছিল, লৈছিল, ফুৰিছিল, পঢ়িছিল, ৰং-ধেমালি কৰিছিল, ইচ্ছামতে কাম কৰিছিল। কিবা বেয়া দেখিলে স্পষ্টকৈ উত্তৰ দিছিল, আপত্তি কৰিছিল, কিন্তু এনেভাৱে আওকথাত সি মনে মনে একো উহ্, আহ্, নকৰাকৈ আপত্তি নকৰা অৱস্থা যেন কেতিয়াও সি অনুভৱ কৰিব পৰা নাছিল। কিন্তু ইয়াত যেন সকলো অন্যায় সি নীৰৱে সহ্য কৰি যাব ধৰিছে, যেন সেইবোৰৰ বিৰুদ্ধে এষাৰ মাত মাতিবলৈ তাৰ মুখত কথা ফুটি নোলায়। কিন্তু তাৰ কাৰণে যেন সি হিয়া গুমৰি গুমৰি মৰিব লাগে। ইয়াৰ কাৰণ কি? কিহৰ কাৰণে তাৰ এনে দুৰ্ব্বলতা। সি ভাবিলে জানো কিবা স্পষ্ট আপত্তি জনালে মালতীৰ কিবা অন্যায় হয়, ডাক্তৰ কম্পাউণ্ডাৰে ভাল চিকিৎসা নকৰে, জানো তাৰ কিবা কথাত বেয়া পাই দুনীয়াৰ অনাহকতে কিবা অন্যায় কৰে, এনেভাবে তাক দুৰ্ব্বলতকৈও দুৰ্ব্বল কৰিছে। সি যেন আজি এই দুটাৰ কাৰণে সকলো সহি যাব পাৰে। তাৰ যেন স্বাভাৱিক প্ৰকৃতিৰ লৰ হৈছে। হঠাৎ সি মালতীৰ মুখলৈ চালে। সেই মুখখনিৰ মাধুৰী কথা সি আজি দিনচেৰেক শুনা নাই। প্ৰতিক্ষণে



মালতীৰ বেয়া অৱস্থাহে দেখিছে। সি সেই শেঁতা মুখখনিত যেন অপৰূপ ভাষা পালে। সি যেন দেখিলে মালতীৰ তেজহীন চকুযুৰিয়ে তাৰ মুখৰ পিনে থৰ হৈ চাই আছে। সি মালতীৰ পিনে থৰ হৈ চাই ৰ'ল। তাৰ যেন ভাব হ'ল মালতী আৰু দুনাই ভাল হৈ আগৰ দৰে কথা-বতৰা কোৱা অসম্ভৱ। সি যেন ভাবিলে মালতীক মৃত্যুৰ কৰাল বদনে লাহে লাহে গ্ৰাস কৰিব ধৰিছে। সি যেন ভাবিলে জীৱনৰ পিচত মৃত্যু হয়। কিন্তু মৃত্যুৰ পিচত মানুহৰ কি হয়? সঁচাকৈ কিবা আত্মা আছেনে? সৰগ নৰক আছেনে? পাপ-পুণ্যৰ বিচাৰ আছেনে? পিচৰ জনমত আগৰ ভালপোৱা, স্নেহ-মৰম আপোন-পৰৰ কিবা সম্বন্ধ আছেনে? পৰজনমত আপোনাৰ ভালপোৱা জনৰ লগত আকৌ মিল হয়নে? কিন্তু তাৰ যেন ভাব হ'ল মিছা, যি ছাই হৈ যাব সেই ছাই ভস্মৰ আকৌ মিলন ক'ত, ভাব ক'ত, সৰগ নৰক ক'ত? সি যেন ভাবিলে "মিছা এইবোৰ শাস্ত্ৰৰ কাহিনী, কল্পনাৰ সাগৰ! মৃত্যু যি সেইয়া চিৰমৃত্যু। জীৱনৰ লগত তাৰ সম্বন্ধ নাই। এনেবোৰ অলীক ভাবসাগৰত উটি-বুৰি জীৱনৰ কাম তুচ্চ-তাচ্ছিল্য কৰি পৰজন্মত সুখ-শান্তিলৈ ভবা কেৱল মূৰ্খৰহে কথা। দৈহিক সুখ আনন্দ, সুস্থতাৰ কথা নাভাবি আত্মাৰ সুখ-শান্তিৰ কথা ভবা মৰুভূমিৰ মাজত মৰিচীকা বিচৰা। সি ভাবিলে মালতীয়ে এবাৰ চকু মুদিলে আৰু ইহজগতৰ লগত তাইৰ একো সম্বন্ধ নাই।" এনেবোৰ কথা ভাবি থাকোতে থাকোতে ৰাতি গভীৰ হৈ আহিল। কিন্তু যেন সি আজি তাৰপৰা অলপো লৰিবলৈ ইচ্ছা নাই। আনকি তাৰ ভোক পিয়াহলৈকো অলপো মন নাই। সি যে ৰাতিপুৱাই একো নোখোৱা-নিমিলাকৈ দুনীয়াৰ কাৰণে কাছাৰীলৈ গৈছিল। এতিয়া এই দুপৰ নিশা হলহি কিন্তু তাৰ পেটত যেন আজি ভোক-পিয়াহ নাই। সি অনন্ত ভাৱনাতে মুগ্ধ হৈ থাকিল। তাৰ প্ৰতিক্ষণে ভাব হ'ল যেন মালতীৰ শেষ মুহূৰ্ত্ত অতি

ওচৰত অতি ওচৰত। জীৱনৰ শেষ মুহূৰ্ত্ত কেনেকৈ অন্ত হয় যেন সি সেই ক্ষণকে চাই আছে। জীৱনৰ পিছত মৃত্যু—ই কেনে অৱস্থা! সি যেন মনত কল্পনাৰ তুলিৰে নানা চিত্ৰ আঁকিব ধৰিছে। মাজে মাজে ভাব হৈছে যাব কিন্তু যোৱাৰ আগেয়ে তাৰ মনত কিয় এটা পাহৰিব নোৱাৰা, এৰিব নোৱাৰা গধূৰ স্মৃতি তাৰ অন্তৰ হিয়াত এৰি যায়?



## (১৮)

মালতীৰ বুঢ়া বাপেকে আজিও ঘৰ-বাৰী ৰখি আছে। কিহৰ আশাত সি এনে বুঢ়া কালতো হাল বাইছে, ধান ৰুইছে, খেতি কৰিছে, মৰাপাটৰ আঁহ ফালি মৰাপাট গাঁঠি বান্ধিছে। গৰুৰ গাখীৰ খিৰাইছে। গৰুৰ আলপৈচান ধৰিছে। দুটা বন্ধা বঢ়া কৰি গধূলিয়ে হওঁক বা দুপৰ বাতিয়ে হওঁক দুটা খাইছে। আহৰি সময়তে চাকিগছা লগাই কীৰ্ত্তন-দশমখন পঢ়িছে। সি মাজে মাজে মালতীক মাতে, "মালতী, চাকিগছা নুমাই, শলিতাদান বঢ়াই দেচোন। অলপ তেল আনচোন।" আকৌ তাৰ মনত পৰে "ক'তা মালতীতো নাই।" মালতীৰ কথা মনত পৰিলে তাৰ চকুযুৰিত আপোনা আপুনি দুধাৰ চকুলো বৈ আহে। আকৌ যেন সি দশম-কীৰ্ত্তনৰ কথাবোৰ মনত কৰি কোন কাৰ, কিয় মায়া, মোহ, বিষয়, বিষধৰ ইত্যাদি কথা ভাবি নিজে শলিতাদাল বঢ়াই দি আকৌ কীৰ্ত্তনখন পঢ়িব ধৰে। সি দিনত আহৰি সময়ত গাৱঁৰ ল'ৰা-ছোৱালী-বিলাকক মাতি আনি তাৰ বাৰীত হোৱা আম, কাঠাল, লেতেকু, জাম ভগাই দিয়ে। গাখীৰ খিৰাই তালৈ অলপ গাখীৰ ৰাখি বাকীখিনি ল'ৰা-ছোৱালীবিলাকক গাখীৰ পিব দিয়ে।

গাৱঁৰ ল'ৰাবিলাকে তাৰ মৰম-বেথাত সকলোৱে "আতা" বুলি মাতে। সি হালবাই উঠি লৰালৰিকৈ গা তিয়াই আহি গুৰু প্ৰসঙ্গ কৰি দুই এক অধ্যায় কীৰ্ত্তন বা দশম পঢ়ি ভাত কেইটা বান্ধি কেতিয়াবা এটা ভীমকল মোহাৰি, কেতিয়াবা ঢেঁকীয়া শাক জাল দি তাৰ খোৱাৰ অন্ত কৰে। সিদিনাও খাই অতাই তামোলখন খুন্দনাত খুন্দিব ধৰিছে। এনেতে এজাক ল'ৰা-ছোৱালী আহি বাহিৰৰপৰা মাত দিলে "আতা—আতা।"

সি ভিতৰৰপৰা কলে ৰ কণহঁত তামোলচালি খাই গৈছোঁ বুলিয়েই লৰাধপৰা কৰি তামোলখন খুন্দি খাই চোতাললৈ ওলাই আহিল। ল'ৰাজাকে সুধিলে "আতা, মালতী বাইদেউৰ বাতৰি কি?" মালতীৰ নাম শুনিয়ে বুঢ়াৰ গোটেই গা শিঁয়ৰি উঠিল কেঁৰে কিবা বেয়া বাতৰি দিছেনে? সি কলে, "তহঁতে কিবা শুনিছনে? মই আজি কেবাদিনো একো চিঠিপত্ৰ পোৱা নাই। কোনোবা গুৱাহাটীৰপৰা আহিছেনে কব পাৰ?"

ল'ৰাজাকে কলে, "নাই আতা, আমি কব নোৱাৰোঁ।"

"তহঁতেনো এই ভৰ দুপৰীয়াখন ক'লৈ জাক বান্ধি ওলাইছ? ৰ'দে ৰ'দে টিঘিল ঘিলাই ফুৰিলে গা অসুখ কৰিব।"

আমি ক'তো নাযাওঁ আতা। অমি ইয়ালৈহে আহিছোঁ।

বাৰু বহ। কৰ্দ্দৈ গছত বহুতো কৰ্দ্দৈ পকিছে। তহঁতে সেই জলকীয়া গছৰপৰা কেটামান জলকীয়াও ছিঙি আন। মই কৰ্দ্দৈ কেটামান পাৰি আনো।

হাকোটা দাখন দিলে দেখোন আমিয়ে পাৰিব পাৰোঁ।

অঁ অঁ পাৰিব পাৰ? পিচে হাকোটা দা উভতি কাৰো গাত পৰি কটাছিঙা হ'লে তেতিয়া বাপেৰ-মাৰে জগৰ ধৰিব বুঢ়াক। বুঢ়াইহে লৰাহঁতক আসৈ দি এনে কৰিলে। তহঁতে কৰ্দ্দৈ পাৰিব নালাগে মই নিজে আনি দিওঁ। সৌ জলকীয়া কেটামানকে আন। বৰ মিঠা কৰ্দ্দৈ কিন্তু,—বুলিয়েই বুঢ়া আপে কৰ্দ্দৈৰ কাষ পালে। লৰাজাকে কিৰিলি মাৰি জলকীয়াৰ কাষ পাই কেবাটাও ৰঙা পৰি থকা জলকীয়া ছিঙিলে। জলকীয়া ছিঙোতে হেটা-ওপৰাত সিহঁতৰ মাজত কাঁজিয়া লাগিল। এজনে ক'লে মই ছিঙিব ধৰোঁতেই তই ততাতৈয়াকৈ কিয় ছিঙিলি? হাৰামজাদা।

আনজনে কলে "হাৰামজাদা" হুবুলিবি ঐ কুকুৰৰ পো! কথাতে কথা বাঢ়ি গ'ল। হতাহতি হব ধৰোতে বুঢ়াই হাতত কেটামান



কৰ্দ্দৈ লৈ আহি "হ, হ যেয়ে আগেয়ে লৰি আহিব সি দুটা বেচি পাব।" আটাইবিলাক ল'ৰাই বুঢ়াৰ পিনে লৰ দিলে। যিজন লৰাই আগেয়ে বুঢ়াৰ কাষ পালে তাক দুটা বেচি দিলে। লৰাজাকে ততালিকে কৰ্দ্দৈ লৈ তেতিয়াই খাব ধৰিলে। "ৰ ৰ তেনেকৈ নাখাবি। আটাইবিলাক লগ কৰি কুট। তাৰ পিচত জলকীয়া লোণ সানি জুটি কৰি খা। এ খায়ে শেষ কৰিলি দেখোন। বাৰু জলকীয়া কেইটা থ চকুৰেমুখে ধৰিব। মই আকৌ কৰ্দ্দৈ আনোগৈ। এইবাৰ কিন্তু আটাইবোৰে কাটি একেলগে সানি খাব লাগিব। ঐ তহঁতৰ ভিতৰত মালযুঁজ লাগচোন। কোনে কাক বলে পাৰ চাওঁ! যেয়ে আটাইকে হৰুৱাব পাৰিবি ভাল লেতেকু দিম।

ল'ৰাজাকৰ প্ৰত্যেকে কলে মই জিকিব পাৰিম। আটাইকে হৰুৱাব পাৰিম বুলিয়েই ততালিকে যোৰ যোৰ হৈ মালযুঁজ লাগিল।

ইও বোলে মই পাৰিম, সিও বোলে মই নোৱাৰিম নে বুলিয়েই কঁকালে কঁকালে ধৰি যুঁজ লাগিল। বুঢ়াই হাঁহি হাঁহি ভাল, ভাল তহঁত দেখো আটাইবোৰে সমানে যুঁজিব পাৰ। বাৰু ৰ ৰ তহঁতক এটা খেলা দেখাওঁ। যা যোৰে যোৰে যা। একোটা একোটা ফুল বা আন বস্তুৰ নাম মনত কৰি আহি সুধিবি গোলাপ লাগেনে তগৰ লাগে। মই গোলাপ লাগে বুলি কলে গোলাপৰ নামতো যেয়ে মনত কৰি আহ সেইটো মোৰ পিনে থাকিব আনটো আনফালৰ হব। পিচত যি দুইদল হম, দুয়োদল দুফালে হম। এটা দলৰ প্ৰত্যেকে সিটোৰ কঁকালত ধৰি থিয় হব। আনটো দলৰো তেনে কৰিবি। পিচত কোন দলে কাক টানি নিব পাৰে চেষ্টা কৰি টনা-আঁজোৰা কৰিব লাগিব। যেয়ে টানি নিব পাৰে সেইদল জিকিব। সেইদলে পানী জামু পাব। হৰাদলে ব'লা জামু পাব। সকলোৱে জিকাৰি উঠি কলে, "আমি খেলিম, খেলিম," বুলিয়েই দুজনে দুজনে ডিঙিত ধৰি মনে মনে কিবা পাঙি আহিল। কেঁৰে

সৌন্দর্য্যৰ পূজাৰী সি, নাচিব বিশ্বৰ স্পন্দনৰ লগে লগে। তাত নাই জুনীয়া, নাই মালতী, নাই মাইতী। সি এদিন এনেকৈয়ে এৰি আহিছিল জুনিয়াক, এনেকৈ ত্যাগ কৰিছিল মালতীৰ সঙ্গ। সি আজিও এৰি যাব মাইতীক। সি ভাবিলে জগতত থিয় হৈ ৰব কেৱল স্বাৱলম্বীৰ দল। যদি মাইতীয়ে জগতত নিজ বাউসীৰ বলেৰে সাঁতুৰিব নোৱাৰে তেন্তে বুৰি যাওক। তাই কিয় তাৰ ওপৰত আলম লব? তাই কিয় তাৰ গলগ্ৰহ হব। কিয় তাইৰ ৰূপ, যৌৱন, জ্ঞান-গুণে তাৰ মনৰ ওপৰত প্ৰভুত্ব কৰিব? সি যে জগতৰ সকলো প্ৰভুত্ব নেওচন দি আগবাঢ়িছে শক্তিৰ সাধক হৈ। সেয়ে তাৰ মনত পৰিল এনে ভাৱে সৰু পৰিয়ালৰ সৃষ্টি আৰু তাতে এড়ি পলুৰ দৰে মেৰখোৱা অৱস্থাই ভাৰতীয় লোকক নিতে দুৰ্ব্বলত- কৈয়ো দুৰ্ব্বল কৰিছে। সি ভাবিলে এনে এড়ি পলুৱে নিজৰ লেটাতে মেৰ খাই সমূলি মৰিব। সি ভাবিলে পৰিয়ালৰ আটাই- বোৰ প্ৰাণীয়ে কেৱল এটাৰ ওপৰতে নিৰ্ভৰ কৰি তাকো বুৰাব আটায়ে মৰিব। সেয়ে তাৰ মনত ভাব হ'ল সি বলি কটাৰ দৰে নৃশংসতা নিদাৰুণতাৰে, কঠোৰ ঘাপেৰে মুহূৰ্ত্ততে মোহপাশ চিঙি যাব অনন্তৰ পথিক হৈ, তাত বাধা দিব নোৱাৰে ক্ষুদ্ৰ বালিচাহী মাইতীয়ে।

( ৩৮ )

ৰামু আজি খেতিয়ক হলেও তাৰ আগৰ প্ৰবৃত্তি সমূলি এৰা নাই। মাজে সময়ে সুবিধা পালে চেৰাপো পিয়ে। জুনীয়াই ঘৰৰ সকলো কাম কৰি মাজে সময়ে তিৰোতা মানুহৰ প্ৰসৱৰ সময়ত ধাই কাম কৰিয়ো টকা পায়। তাইৰ দিনৰ দিনটো আহৰি নাই। ৰাতিপুৱা উঠিলেই ঘৰ মজিয়া চাফচিকুণ কৰি গাইজনীখীৰাই ৰামু আৰু বুঢ়ালৈ চাহ কৰে। ঢেকীত ধান বানে, পথাৰত ৰামুক সহায় কৰে, ধানবোৱে, ধান দায়, মাটিমাহ তোলে ইত্যাদি নানাতবহৰ কাম।

গধূলি গৰুৰ ভৰিহাত ধুৱাই দি, গোহালিত ধোঁৱা দিয়ে, বাৰ দিয়ে। গৰুক পইতা ভাত বা ভাতৰ নিশনি আদি খাব দিয়ে। ৰাতি ভাত পানী খাই অঁতাই তাই সূতা কাটে, মহুৰা ফুৰায়। শীতকাল আহিব ধৰিছে। তাইৰ মনত বৰ চিন্তা হৈছে বুঢ়াৰে শীতকালৰ গাত লবলৈ একো কাপোৰ নাই। স্কুলত যোৱা ল'ৰা যেনেতেনে কাপোৰ পিন্ধি গলেতো নহব। সেইকাৰণে তাই হাজাৰ কামৰ মাজতো নিশা বহু ৰাতিলৈ উজাগৰে থাকি এড়ি সূতা কাটে। যাতে শীত নোহওতেই তাই এড়ি কাপোৰ এখন উলিয়াই বুঢ়াক স্কুললৈ নিব দিব পাৰে। বুঢ়াৰে আজি কালি ৰামায়ণ মহাভাৰত পঢ়িব পাৰে। তাই বুঢ়াক কাষত লৈ ৰামায়ণ মহাভাৰতৰ পদ পঢ়িব দিয়ে। কেতিয়াবা কেতিয়াবা ওচৰৰ বুঢ়ী সকলেও তাইৰ কাষত বহি বুঢ়াৰে পঢ়া শুনে।

বুঢ়ী সকলে কয় সুন্দৰ মাত, এনে লেনীয়াকৈ দীঘলীয়া ঘোষা বা দিহা দি পঢ়া কমহে শুনিছোঁ। শুনিবলৈ এনে সুৱলা। বুঢ়াৰে পঢ়ি পঢ়ি সেইবোৰ ভালকৈ বুজাই দিয়ে। সি এতিয়া ইংৰাজী স্কুলত পঢ়িছে। তিনি টকাকৈ জলপানীও পায়। আগৰ শিক্ষক

কেজনে কৈছিল যদি সি এনেকৈ পঢ়ি যায় সময়ত বৰ নাম কৰিব পাৰিব। লগৰ লগৰীয়া সকলে আজি কালি তাক মেতৰ বুলি নিঘিনায়। বৰং তাৰ পঢ়াৰ গুণ দেখি বহুত ল'ৰাই তাক মনে মনে প্ৰশংসা কৰে, সম্মানো দেখুৱায়। সি মাজে সময়ে কাৰ্জ্জন হ'ল লাইব্ৰেৰীলৈ যায়। তাত বাতৰিকাকত, কিতাপ, আলোচনী আদি চায়। তাৰ ঘৰৰ কিছু দূৰত ৰবিবাৰে ৰবিবাৰে এখনি আলোচনী সভা বহে। সেই সভালৈ বহুতো মানুহ আহে। সি সেই সভাৰ দুৱাৰ মুখত থিয় হৈ সেই মানুহবোৰে কোৱা কথাবোৰ শুনি থাকে। কোনোবা ল'ৰাই ৰচনা প্ৰবন্ধাদি পঢ়ে, সি সেইবোৰো কাণপাতি শুনে। তাৰ যেন মনে মনে ইচ্ছা হয় সিও তেনেধৰণে ৰচনা লিখে বক্তৃতা দিয়ে। কিন্তু সি দুৱাৰ মুখত থিয়হৈ থাকিলেও কেৰেঁ তাক ভিতৰলৈ নামাতে। সি এদিন শুনিলে এজনে অস্পৃশ্যতা সম্বন্ধে বক্তৃতা দিব ধৰিছে। হিন্দু সমাজে এনে অস্পৃশ্যতাৰূপ বৃষবৃক্ষ উভালিব নোৱাৰিলে যে হিন্দু সমাজৰ ৰক্ষা নাই সেই বক্তাই দঢ়াই দঢ়াই কৈছে। মেতৰ, মুচি, চৰাল আদি সৰু জাতি বোৰকো মৰম কৰি আনি তেওঁলোকক সমান বুলি নাভাবিলে তেওঁলোক সে সময়ত হিন্দু বিদ্ৰোহী হব তাত সংশয় নাই। সি বুজি নাপায় সিহঁতক সমান বুলি নাভাবিলে কিয় বিদ্ৰোহী হব? ক'তা সিহঁতৰ মেতৰবোৰে দেখো বাবুসকলৰ বিয়াবাৰুৰে গলে নিলগতে বহি বস্তু খোজে। বাবু সকলে দিলে সিহঁতে নিলগতে বহি খাই, বেচিকৈ বস্তু পালে ঘৰলৈ লৈ আহে। কেৰেঁ এষাৰো কথা বাবু সকলক নকয়। বস্তু পালেই সিহঁতে ৰঙতে উতলা হৈ নিজৰ ভিতৰত হে খোৱা কামোৰা কৰে, হাই-উৰুমি কৰে। বস্তু ভগোৱাত নিজৰ ভিতৰতে কোঢ়াল কৰে। কিন্তু সি আকৌ ভাবে ক'তা তাক কোনো ল'ৰাই একে লগে বহিব নিদিলে। তাৰ মনত কত ভাব আহে? ক'তা সি দিব খোজা বস্তু এদিন শিক্ষকে লৰ



নোখোজাত তাৰ মনত কেনে বেয়া লাগিছিল, শিক্ষকৰ পিতৃ শ্ৰাদ্ধত ৰভাৰ তলত সোমাই সি খাব খোজোতে ডাবি হুকি মাৰি তাক উলিয়াই দিয়াত সি মনে মনে কেনে বেয়া পাইছিল! তাৰ ভাব হ'ল এই কথাত সত্য আছে। যিদিনা মেতৰ জাতিয়ো অলপ জ্ঞানৰ আলো পাই সমান অধিকাৰ কৰিবলৈ শিকিব সিদিনা বিদ্ৰোহ সঁচাকৈ হব। সি ভাবিলে অজ্ঞানতাই সিহঁতৰ সমান অধিকাৰৰ ভাবৰ পৰা আতঁৰত ৰাখিছে,—য পাই তাতে সন্তোষ লভে। গাহৰিৰ দৰে পেট কেইটা পূৰাব পাৰিলে নাইবা অলপ চেৰাপ পিব পালেই সিহঁতৰ সন্তোষ! কিন্তু এনে অজ্ঞানতা আন্ধাৰ সিহঁতৰ জাতিৰ মাজৰপৰা কেনেকৈ গুচায়? তাৰ মনটোৱে যেন কত কথা ভাবে।

আন আন জাতিৰ মাজত বহুতো শিক্ষিত লোক আছে কিন্তু সিহঁতৰ কেওঁ নাই ভাবি যেন সি অকলশৰীয়া বোধ কৰে! সি সেই দুৱাৰ মুখত থিয় হৈ থাকোতে তাৰ লগৰ দুজন ছাত্ৰৰে হঠাৎ কিবা কাৰণে বাহিৰলৈ আহিল। সিহঁতে বুদ্ধুক দেখি কলে—"এ বুদ্ধু দেখো। ভিতৰলৈ নাযা কিয়—? তহঁতৰে বহুতো কথা সভাত কব ধৰিছে। বুদ্ধুৰ ভিতৰলৈ যাবলৈ প্ৰৱল ইচ্ছা থাকিলেও যেন যাবলৈ তাৰ সাহস নহয়। জানোচা কোনোৱে কিবা কয়।

ল'ৰা এজনে কলে—যা ভিতৰলৈ যা, তই দেখো আমাৰ স্কুলৰ তৰ্ক সভাত বক্তৃতা দিয়, ইয়াতো দিব পাৰিবি যা? কেৰেঁ একো নকয়।

কোনোৱে একো নকব?

কিয় কব? সৰ্ব্ব সাধাৰণৰ সভা। আহ আমাৰ লগতে আহ। বুদ্ধুৱে সেমেনে সেমেনি কৰি সিহঁতৰ লগে লগে সোমাই এখন চুকৰ বেঞ্চত বহে। সি অত্যন্ত সাহসী হলেও যেন বংশ অনুক্ৰমে সৰু সৰু

বুলি অহা ভাবটোৱে আজিও তাৰ মনত আনবোৰৰ সমান বুলি ডাঠকৈ খোপনি পাতিবপৰা নাই। তাৰ মনে মনে সদায় যেন ভয় সঙ্কোচ জানোচা সৰুজাত হৈ সমানে বহিব বা কাম কৰিবলৈ গলে কেৰেঁ তাৰ অহঙ্কাৰী, আসৈপালে কুকুৰে ডিঙিলৈ জপিয়াই ইত্যাদি কথা কয়। বংশানুক্ৰমে সৰু সৰু বুলি ভাবি নিলগত মাটিতে বহি সন্তোষ পাই থকা লোকৰ বংশধৰে যেন এই জীৱনতে ডাঙৰ জাতৰ আওভাও ফুৰণ বুলন সাহস অন্তৰত গোটাব নোৱাৰে। সি এই কথা ভাবি কেতিয়াবা তাৰ মন বিদ্ৰোহী হৈ উঠে? সোৱা তাৰ লগৰীয়া এজন ততালিকে গৈ ভদ্ৰসমাজৰ এঠাইত বহিল গৈ। কিন্তু সি বহিবলৈ কিয় সাহস নাপায়, যদিও জানে সি বহিলে হয়তো কেৰেঁ একো কৰ নোৱাৰে। তথাপি তাৰ মনটোৱে সি যে সৰু জাতৰ, সৰু ঘৰৰ এনেবোৰ ভাব যেতিয়াই তেতিয়াই উকৰাই দিব নোৱাৰে। তাৰ মনে মনে এই কথা ভাবি ভাবি নিজকে নিজে ধিকাৰ দিয়ে। সি ভাবে এইয়া কি তাৰ জন্মগত দোষ! নে বংশানুক্ৰমে যি তেজ-পানী তাৰ শৰীৰত বৈছে, সেই তেজ পানীৰে কিবা আনৰূপ? সভাত বক্তৃতা শুনে, সকলোকে সমান কৰি নললে হিন্দু জাতিৰ পতন অৱশ্যম্ভাবী। কিন্তু আকৌ শুনে তলখাপৰ জাতিবোৰৰ ইটোৱে সিটোক সমান বুলি নাভাবে। ইটোৱে সিটোৰ লগত একেলগে বহি খাবলৈ মান্তি নহয়। ইটোৱে সিটোৰ লগত বিয়া দিবলৈ আগ নাবাঢ়ে। তাৰ মনত এনে কথাবোৰ আচহুৱা যেন লাগে। যেয়ে আনৰ সমান হব খোজে, সি আগতে আনবোৰক সমান বুলি ভাবি নললে বা নিজৰ বহল হৃদয়েৰে আকোৱালি নললে তেওঁলোকে কেনেকৈ আশা কৰিব পাৰে আনে তেওঁলোক সমান কৰি লব? তেওঁলোকে আনৰ বহল হৃদয় কেনেকৈ পাব? সি ভাবে এই কথাৰ কিবা সত্যতা আছেনে? তাৰ ল'ৰামতীয়া মন এনেবোৰ কথা



শুনি চঞ্চল হৈ উঠে। ইচ্ছা হয় এনেবোৰৰ প্ৰমাণ লয়। সি বক্তৃতাত শুনে সোণাৰীয়ে কৈবৰ্ত্তৰ লগত নাখায়, যোগীয়ে কাটনীৰ লগত একে শাৰীতে বহি খোৱা লোৱা নকৰে, সালৈয়ে মেতৰ মুচিক ঘিণায়। কিন্তু প্ৰত্যেকে হাবিলাস কৰে সিহঁতকৈ ডাঙৰ জাতিৰ লোক সকলে সিহঁতৰ লগত একে শাৰীতে বহি খাওক, একেলগে উঠাবহা কৰক! একে ঠাইতে পাত পাৰক।

সি শিক্ষকৰ ঘৰত শ্ৰাদ্ধৰ দিনা মনে মনে বেয়া পাই আন কোনো ডাঙৰ মানুহৰ ঘৰত খাব লব নাযায়। নিজৰ ঘৰতে যি পায় তাকে খায়। একো নাপালে লঘোণে থাকে। কিন্তু এদিনা বক্তৃতাৰ সেই কথাবোৰৰ প্ৰমাণ চাবলৈ ইচ্ছা কৰি এঘৰৰ বিয়ালৈ যায়। চহৰৰ ওচৰৰ গাওঁ। ৰামুক সিহঁতে চিনে। একে পথাৰতে হাল বায়। গতিকে ৰামুকো নিমন্ত্ৰণ কৰিছে।

বুহুৱেও সিদিনা ৰামুক কৈছে। মইয়ো খাব যাম বাবা!

তই দেখো কাহানিও নোলাৱ। কিমান দিন কৈছোঁ বল বুহু বিয়া খাবলৈ যাওঁ। তই কৰ মই বিয়া নাখাওঁ বাবা!

আজি যে গাওঁত বিয়া বাবা! তাত ঢোল খোল বজাব। মই ঢোল খোল চাব ভাল পাওঁ।

হেবো তাত ঢুলীয়াই ভাও কৰে। যি মুখা পিন্ধে। দহখন মুখৰ মুখা পিন্ধি ৰাৱণ হয়।

ৰাৱণৰ কথা মই ৰামায়ণত পঢ়িছোঁ বাবা। ৰাৱণে সীতাক কিয় হৰি নিছিল বাবা? ৰাৱণৰ দেখো মন্দোদৰী পাটমাদৈ আছিল।

ৰামুৱে একো শিক্ষা নাপালেও সেই কথা ভাঙি কবলৈ যেন লাজ পায়। সি কয়, ৰাৱণ বদমাচ আছিল বুহু! কিন্তু তাৰ দুষ্টালীৰ শাস্তি পাইছে ভাল। এক লক্ষ পুত্ৰ, একলক্ষ নাতি, ৰাম গোঁসায়ে বধিছে!

হা বাবা ৰাৱণৰ এক লক্ষ পুত্ৰ আছিল নে?

নহলে শাস্ত্রত লিখেনে ?

বুঢ়ুৱে কয় হয় বাবা, শাস্ত্রৰ কথা মিছা নহয়। আমাৰ শিক্ষকে কৈছে কিতাপত মিছা কথা নিলিখে।

বাৰু বল। যদি যাবি ভালকৈ কাণে মূৰে গামোচাখন বান্ধ। বৰ শীত।

বুঢ়ুৱে কয় নালাগে বাবা। মই মূৰে কাণে বান্ধিবলৈ ভাল নাপাওঁ।

বামুৱে কয়—হা বে ডাঙৰ মানুহবোৰে নাজানে কাণখন আগুৰিলে কোনো ঠাণ্ডা আহিব নোৱাৰে।

বুঢ়ুৱে তেও কাণে মূৰে বান্ধিবলৈ মান্তি নহয়।

বামুৱে কয়—আচ্ছা, তই বান্দৰমুখীয়া টুপীটো পিন্ধ। এটা বাবু মৰোতে তেওঁ পিন্ধা টুপীটো মোক দিছিল।

বুঢ়ুৱে কয় বাবা মৰা মানুহৰ কাপোৰ পিন্ধিবলৈ বেয়া নাপায় ?

কি বেয়া আছে ঔ। আমি দুখীয়া মানুহ য'তে যি পাওঁ তাকে পিন্ধো। নতুন কাপোৰ পিন্ধিবলৈ ক'ত ধন পাবি ? আমিতো সব মৰা মানুহৰে কাপোৰ আনি লওঁ। বুজিছ বুঢ়ু, মৰা মানুহৰ কাপোৰবলৈ ভয় কৰিব নাপায়।

কিন্তু শাস্ত্রত কৈছে পৰিষ্কাৰ কৈ থাকিব লাগে। কোনোৱে পিন্ধা কাপোৰ আনে পিন্ধিব নাপায়। ইপিনে কত বেমাৰী সংক্রামক বেমাৰত মৰে। সেই বেমাৰীবোৰে পিন্ধা কাপোৰ পিন্ধিলে আগলৈকে সেই বেমাৰে খেদে।

বামুৱে কয় সব জুঠা বাত। মই সৰুৰে পৰা কত মৰাৰ ; কত বেয়া বেমাৰীৰ কাপোৰ পিন্ধিছোঁ, কিন্তু ক'তা মোৰ দেখো একো হোৱা নাই। এইবিলাক কেৱল মনৰ ভাৱৰ কথা। বুজিছ বুঢ়ু এই দেওভূত ভাবিলেই পায়। নিজৰ গাৰ ছাঁটো দেখিয়ো চক খাব লাগে। বুজিছ বুঢ়ু এই দেওভূত একো নাই। মই কত ৰাতি ৰাতি



ফুৰো, পায়খানা পৰিষ্কাৰ কৰো কিন্তু ক'তা, ক'তো একো আজিলৈকে দেখা নাই।

বুঢ়ুৱে ভাবে জগতত কত কথা আছে। ভূত, প্রেত, পিশাচ, সংক্রামক বেমাৰ, মৰ মাউৰ কিন্তু আচলতে এইবোৰৰ আচল গুৰি ক'ত ? কতই ভূত প্রেত বুলি ঘৰৰ চোতাললৈকে নোলায়। আকৌ ওলালেও চক্ খাই। কতই আকৌ ৰাতি দিনে সমান কৰি ফুৰে। ক'তো একো নেদেখে। কতই মৰা মাউৰত বেমাৰীৰ গু-মূত পেলায়, একো নহয়। আকৌ কতই অলপ গোন্ধ পালেই সেইবোৰে আগুৰি ধৰে।

যি নহওক সি বান্দৰ মুখীয়া টুপীটো নিপিন্ধিলে, সি কলে বাবা মই শীতত ফুৰি ভাল পাওঁ।

কৰ যি ইচ্ছা। ইস্কুলীয়া পঢ়া ল'ৰাক কথা শুনাব নোৱাৰি। দুয়ো বিয়া খাবলৈ যায়। গাওঁত ধুমধাম। ঢোলৰ গিৰিপ গিৰিপ শব্দ। উৰুলি জোকাৰ। আকৌ এবেহি তেলৰ হকে, অকণি সেন্দুৰৰ কাৰণে আয়তী সকলৰ মাজত থৈয়া নথৈয়া ৰণ। মেখেলা আধা দাঙি দাঙি "হেৰিয়াৰ বেটি হেৰি, কাৰ ভাগৰ বস্তু কাক দিয় ঔ।" ইত্যাদি কৈ কত অভয় মাত বোল। বুঢ়ুৱে সেইবোৰ দেখি আচৰিত হয়। এনেতে এজন বামুণনীৰ কাষেৰে নমোশূদ্ৰৰ তিৰোতা এজনী যায়। "ৰাম ৰাম বিষ্টু বিষ্টু আকৌ গা ধুবলগীয়াত পেলালি। হেৰৌ নষ্টযাতী ছাঁ মাৰিবলৈকো সাহ হলনে ? সকলোকে দেখো সমান কৰি ফুৰ ?" আৰু কত কথা। বুঢ়ুৱে খোৱাৰ পৰলৈকে সেইবোৰ চাই ফুৰিছে। খোৱাৰ সময়ত পাত পাৰিব ধৰিলে। পাত পাৰোতা সকলৰ মাজত কথা বতৰা হৈছে। কি কৰিবি, কাক ডাঙৰ, কাক সৰু কৰ ? হাৰিয়ে নাখায় কৈবৰ্ত্তৰ লগত, যুগীয়ে পাত নলয় শালৈৰ লগত। এতিয়া কাক ক'ত দিয় ? আমাৰ বোৰৰ কথা বাৰু এৰছোন। এতিয়া এই কেইটাৰ কি দিহা কৰ। মই তেতিয়াই মাতোতে কওঁ চাই চিন্তি কাম কৰিবি।

এতিয়া সোপাকে মাতিছা, কি কৰা কৰা। বাৰু মেতৰ কেইটা আহিছে সিহঁতে বেচেৰাহঁতে নিলগতে বহি খাব। কেৱল বস্তু পালেই হ'ল। পিচে ইবোৰৰ কি গতি কৰা?

পাত বেলেগ বেলেগকৈ নিলগে নিলগে কেবাশাৰী কৰি পাতিলে সঁচা। কিন্তু লাগিল জেঙা। ইমান সাৱধানতো যুগীৰ এটা ল'ৰা সবকি গৈ বহিল শালৈৰ শাৰীত। ভাত দিওঁতেহে পৰিল কোনোবা এজনৰ চকুত। সৰ্ব্বনাশ! সৰ্ব্বনাশ! সকলো নষ্ট কৰিলি বুলিয়েই ভাতৰ হাত দাঙিয়ে বল। ইওবোলে কি হল, সিও বোলে কি হল? তেওঁ মাত দিলে—হেৰৌ তই গন্ধিয়াৰ পুতেক নহয়নে?

"অঁ"

খালি খালি সকলো চুৰা কৰিলি। বোপাহঁত মাৰনামাৰাই খালে। এতিয়া ভাত এৰি মুখ ধোৱা।

কি হল?

কিবা হবৰ বাকী বলনে? সেইটো গন্ধিয়াৰ ল'ৰা। সেই গন্ধিয়া যোগী।

সকলোৱে ছিঃ ছিঃ! ৰাম! ৰাম! আৰু খোৱা নহয়। সকলোৱে গিৰিপ কৈ উঠিল। গিৰিহঁতে কত কাকুতি মিনতি কৰিলে। ওঁহো এটা কথা। বোলো সকলোকে মেলেচ কৰিব খুজিছ? সকলোকে সমান কৰ? আমি শৰণ হোৱা লোক নহয়?

তেন্তে আন ঠাইতে বেলেগ কৈ পাত পাৰি দিওঁ?

সেইটো কেনেকৈ হব? বোলো আমি পিচত খাম ডাঙৰ সকলে আগে খালে। আমি তেওঁলোকৰ এৰা ধৰা খাব আহিছোনে?

কথাৰ মেৰপাক জটিল হল। ইওঁ বোলে চা আমাক পাচত দিবলৈ সাহস কৰে। নাখাওঁ সিও ভাল, কিন্তু এনে মানযোৱা কাম হব নোৱাৰে। নদীয়াল বৃত্তিয়াল, চৰাল সেইবোৰ আগতে বহিল। এতিয়া আমি এৰা ধৰাহে খামনে?



এনেতে আনবোৰে জিক্‌জিকাই উঠিল—হেৰৌ জাত ধৰি নামাতিবি আকা! একেচৰে দাত ভাঙিম।

সিজাতৰ লোকে মাত দিলে কাৰ দাঁত ভাঙ ঔ! লাগিল এখন কুৰুক্ষেত্ৰৰ কোৢাল। ভাৰতৰ গাঁৱলীয়া সমাজত এনে ঘটনাৰ অঘটন, নিতৌ কত ঠাইত হব ধৰিছে। বুঢ়ৰে ভাবিলে কলৈ সি আহিল? সি নিতে পঢ়ে শান্তিৰে মিলিজুলি খাবা। কিন্তু চৌদিশে সি কি দেখে! বামুক সি কয় বাবা আমি যাওঁ বলা। ৰামুৱে কয় ৰ বেটা ৰ। বস্তু বেহানি নলৈ যাবিনে? ইমান দূৰ আহি শুদা হাতে উভতবিনে? আমিও খাওঁ মাৰলৈকো লৈ যাম।

বুঢ়ৰ যেন একোকে আৰু ভাল নালাগে। তথাপি সি ৰামুৰ কথা শুনি ৰয়। খোৱা লোৱা এৰি মানুহবোৰ যেতিয়া বাটলৈ খোজ ললে সি কেঁৰে কোৱা শুনে গিৰিহঁত ভাল হলে এনে আপা মিলেনেকি? আচল দণ্ড তাকে কৰিব লাগে, জাতত ধৰে কিয়? সিহঁতে যদি দণ্ড নিদিয়ে আজিতে গাওঁ ফালাফালি হব। কেঁৰে কয় ভাল ভাবে বস্তু দিলেহে দহ ভকতৰ গাত লাগে। বোলো অহঙ্কাৰতে আৰম্ভ কৰিছিল সেয়ে এনে বিপদ। এনেতে এজনে ক'লে—চাবি, চুবি চুবি, দেখা নাইনে মেতৰটো বহি আছে। চা গচকিলি হবলা। ৰামুৱে ক'লে, "নাই, মইতো নিলগতে বহি আছো।" আন এজনে গা উঠাই ক'লে, "বহি আছ, আৰু নিলগত বহিব নোৱাৰ। চালা মেতৰহে জনমিবি আৰু সকলোতে ওলট-ঘোলট কৰ। সৌ চুৰাতলিত বহ।" ৰামুৱে একোকে নামাতে। বুঢ়ৰে খঙতে ৰঙা পৰে। বুঢ়ৰে ৰামুক কয়, "বলা বাবা, ঘৰলৈ যাওঁ।" ৰামুৱে কয়, "অলপৰ বহ। ইবোৰ ওলাই গলেই হেইবোৰ বস্তু আমাৰে হব। এতিয়া দাঙি নিব পাৰিলেহে হৈছে। তই মূৰত লব পাৰিবি বুঢ়?"

বুঢ়ৰ যেন একোকে ভাল নালাগে। সি বস্তু এৰা ধৰা দেখি মানুহৰ হাই উৰুমি দেখি, ইজনে সিজনে চোৱা চুই, বিচাৰ আচাৰ

কৰা দেখি, বাপেকে অলপো আত্মমৰ্য্যদা নাৰাখি কথাকোৱা শুনি তাৰ যেন সকলোকে বেয়া লাগে। সি বাপেকক কয় "বাবা, আম্নিতো সদায় খাই আছো। কিন্তু এনেবোৰ হুটা কথা, বাঘ ঢকা নাখাই ঘৰতে থকা ভাল।" এনেবোৰ কথাকৈ থাকোতে গিৰিহঁতে সিহঁতক মাতি বস্তুবোৰ আতৰাই নিব কয়। ৰামুৰে বস্তুবোৰ আনি এটা ডাঙৰ পাচিত ভৰায়। সি বুহুক কয়, "বেটা তোৰ কাপোৰতো বান্ধি ল।" বুহুৰে কয়—নালাগে বাবা, মোৰ কাপোৰ বেয়া হব। কাইলৈ স্কুললৈ কি পিন্ধি যাম?

ইয়াতে কিবা খাবি?

নাই বাবা, আমি ঘৰলৈ নি খাম। ইয়াত ইমান লেতেৰা ঠাই, আকৌ ভাল ঠাইত খালেও জগৰ লাগিব। ৰামুৰে ক'লে, "আচ্ছা, আচ্ছা, বল ঘৰতে মাৰব লগত একেলগে খাবি।"

সিহঁত দুয়োৱে বস্তুবোৰ লৈ ঘৰলৈ যায়। এন্ধাৰ ৰাতি। বাটত আহোতে দেখে এদাল ডাঙৰ গছৰ তলত এটা জটা থকা সন্ন্যাসীয়ে ধুনি জ্বলাই ভাঙৰ চিলিম টানিব ধৰিছে। বুহুৰে ৰামুক সোধে এইটোৱে এনে ৰাতি অকলে ইয়াত কেনেকৈ থাকে?

ৰামুৰে কয় তেওঁ যে সন্ন্যাসী বাবা। তেওঁ কি ভয় কৰিব? ৰামুৰে সন্ন্যাসীৰ ওচৰ পাই, "ৰাম ৰাম বাবা।"

"আচ্ছা বহো বেটা!" ৰামুৰে ভাঙৰ চিলিম দেখি এটান মাৰিবলৈ ইচ্ছা কৰি তাৰ মূৰৰ পাচিটো অলপ নিলগতে থৈ ধুনীৰ কাষত বহিল। ৰামুক বহা দেখি বুহুয়ো বহিল।

হা বেটা কাহাসে আয়া?

হেই বিয়াৰ পৰা আহিছো বাবা।

ক্যা জাত?

মেতৰ বাবা।

অ বহুত আচ্ছা জাত হেই!



বুহুৰে সন্ন্যাসীৰ মুখৰপৰা এনে কথা শুনি আচৰিত হৈ ৰ লাগি চাই ৰল। সন্ন্যাসীয়ে আকৌ কলে বহুত আচ্ছা জাত হেই বেটা। মেতৰ নহি মহত্ত্বৰ। মহত্ত্বৰ।

বুহুৰে ততালিকে সুধিলে "মহত্ত্বৰ কি বাবা?"

মহত্ত্বৰ বহুত আচ্ছা বাত হায়। তু তো লেৰকা হেই, আচ্ছা আচামী বাত বলেগা, সব সমজ যায়। দেখ বেটা সে যে লোক একোকে ভাল বেয়া, গু-মূত, পৰমান্ন, জীয়া, মৰা, আপোন-পৰ পাৰ্থক্য নকৰে সেই মহত্ত্বৰ। বুজিছে! এই মহত্ত্বৰ বহুত আচ্ছা কথা আছে। তোমালোকৰ পূৰ্ব্ব পুৰুষ এনে লোক আছিল। সকলোতে ব্ৰহ্মময় দেখিছিল, আপোন পৰ ভাব নকৰিছিল। বেয়া ভালৰ পাৰ্থক্য নকৰি সকলোকে সমান চকুৰে চাইছিল। তাৰ ফল কি হ'ল জান বাচা? অতি ভালে সকলো বেয়া কৰে। সুবিধাবাদী মানুহে তাৰ ভাল গুণৰ সুবিধা লৈ সিহঁতৰ গু-মূত পেলোৱা বাব দিলে। সেয়ে তাৰ সতি সন্ততি আজি অতি তল খাপৰ লোক বুলি জনাজাত হল। কিন্তু মেতৰ লোক খাৰাপ না আছে। মহত্ত্বৰ লোক, এইলোক মহাত্মা আছে।

বুহুৰে সন্ন্যাসীৰ এনে কথা শুনি আনন্দত হাঁহে। তাৰ যেন গোটেই শৰীৰ আনন্দত নাচি উঠে। মেতৰ নহয় মহত্ত্বৰ এনে ভাবে যেন তাক কোনোবা ৰাজ্যলৈ উটাই নিয়ে। সি নিজে নিজে কয় সচাঁকৈ মই মহত্ত্বৰ সেৱক হম। মেতৰৰ যি ঘিণ লগা অৱস্থা গুছাই আকৌ মহত্ত্বৰ শ্ৰেণীলৈ তুলিম। তাৰ মূৰ আপোনা আপুনি সন্ন্যাসীৰ ওচৰত দোঁ খায়। সন্ন্যাসীয়ে কয়, "বহুত আচ্ছা বাবা, বহুত আচ্ছা। তুমি বৰ ডাঙৰ লোক হবে।"

বুহুৰে পাচিৰপৰা কেটামান ভাল ভাল মিঠাই আনি সন্ন্যাসীৰ আগত দিয়ে। "বাবা, অলপ খাওঁক।"

সন্ন্যাসীয়ে কয়, "বহুত আচ্ছা বাবা, বহুত আচ্ছা। আমি

সন্ন্যাসীলোক সব খাব পাৰি।” বুলি হাঁহি হাঁহি তাৰ হাতৰপৰা লয়। বুঢ়াৰ মনত পৰে শিক্ষকে সি দিব খোজা বস্তু লবলৈ কিমান আপত্তি কৰিছিল। কিন্তু এই সন্ন্যাসীয়ে কিমান আগ্ৰহকৈ তাৰ হাতৰপৰা বস্তু নিলে। সন্ন্যাসীয়ে কলে, “সবলোক ব্ৰহ্ম হৈ! কুকুৰ, চণ্ডাল সব এক হৈ। বৎস ডাঙৰ হৈ সবলোকক সমান দেখিবা। বহুত আচ্ছা হব।” বামুৱে ইতিমধ্যতে ভাঙৰ চিলিম লৈ টানি টানি নাকে মুখে ধোঁৱা উলিয়াইছে। সন্ন্যাসীয়ে কৈছে, “ব্যোম শিৱ বল, বৎস।”

( ৩৯ )

অনন্তই অনন্তৰ পথিক হলেও যেন তাৰ মনটোৱে ক্ষণে ক্ষণে মাইতীৰ কথা ভাবি উজটি খাই খাই পৰে। সি যেন ভাবে এই বিৰাট চহৰত অকলশৰীয়া এজনী অসমীয়া ছোৱালীক অকলে অকলে এৰি যোৱা কেৱল নৃশংসতাই নহয় অমানুষিকতা। সি ভাবে সি যি মোহত ধৈৰ্য্যশূন্য হৈছে সেইটো তাৰেই দোষ, মাইতীৰ দোষ কি? মাইতীয়ে ততালিকে আতৰ হৈ মাথো তাৰ বিবেকতহে আঘাত কৰি আচল বিবেক জগাই তুলিছে। সি ভাবিলে এটা ক্ষুদ্ৰ ঘটনাৰ কাৰণে তাৰ ইমান দিনে তুলি তালি ডাঙৰ দীঘল কৰা, গুৰিত পানী সিঁচি গছপাতেৰে ভৰি উঠা ফুল ফলেৰে সুশোভিত হোৱা গছজুপি কি সি নিজে কাটি পেলাব? সি ভাবোতে ভাবোতে তাৰ শৰীৰৰ তাপ কিমান উঠিছে সি কব নোৱাৰে। কিন্তু তাৰ গাত যেন অলপো শক্তি নাই। মূৰটো যেন পৰো পৰে অৱস্থা। আনপিনে দিনটো উপবাস কৰি তলো তপো কৰি ফুৰি সি যেন দুৰ্ব্বলী হৈ পৰিছে। জ্বৰৰ তাপত তাৰ চকুৱে ধোৱা ধোৱা দেখিছে। সি কোন দিশে যাব ধৰিছে তাৰ জ্ঞান নাই। কিন্তু সি গৈয়ে আছে। স্বাভাৱিক গতিত সদাই অহাযোৱা বাটেৰে সি ঘৰমুৱা হৈ খোজ কাঢ়িছে। সি কব নোৱাৰে। তেতিয়া মাইতীয়ে চকিতা হৰিণাৰ দৰে ইপিনে-সিপিনে গৈছে। যিমানেই অনন্ত ঘৰলৈ উভটি অহা নাই ৰাতি যিমানেই গভীৰ হৈ আহিছিল সিমানেই তাইৰ উচাটন মনে ইচাত বিচাতকৈ ফুৰিছিল। দিগদিগন্ত কতভাৱে তাইক উত্ৰাৱল কৰিছিল। তাই ভাবিছিল অনন্তই হয়তো তাইৰ মৰম চেনেহ পাবলৈ তাইৰ ওচৰ চাপিছিল, কিন্তু তাৰ সলনি তাই দূৰ হৈ নেওচনৰ ভাব

দেখুৱাত তাৰ মনে মনে বৰ ব্যথা অনুভৱ কৰি কৰবালৈ গুছি গ'ল। তাই যিমানেই ভাবিব ধৰিলে সিমানেই তাইৰ মনত অনন্তৰ সকলো ভাল গুণবোৰ যেন মূৰ্ত্তি হৈ এটা এটাকৈ তাইৰ সমুখত থিয় হ'ল। তাইৰ ভাব হ'ল যেন অলপ সুখ শান্তিৰ কাৰণে যদি সি তাইৰ কাষ চাপিছিল তাত অলপো সহায় নকৰি অকৃতজ্ঞৰ দৰে তাই কি কৰিলে। যেয়ে তাইৰ সকলো নতুন জগতত আওভাও বুজিব দিছে; যেয়ে তাইৰ কাৰণে সমাজ, পিতৃমাতৃ, গাওঁ ওচৰ চুবুৰী সকলোকে ত্যাগ কৰিছে তাৰ পৰিবৰ্ত্তে তাই কি কৰিলে? লগে লগে তাইৰ মনত পৰিল তাইৰ অতীত জীৱনৰ ঘটনাবোৰ। কতা তাইতো অনন্তকৈ কেনে তল খাপৰ লোকৰ লগত সহবাস কৰি তাইৰ আত্মমৰ্য্যদা সকলো সেই অধম, ভাবশূন্য, পৰৰ কাৰণে অলপো নাভাবা লোকক অৰ্পিছিল। কিন্তু কতা তাইতো তেতিয়া এনেভাৱে অলপো অনুভৱ নকৰি সেই প্ৰলোভনতে ভোল গৈ জীৱনৰ গতি ওভটা কৰিব লগীয়াত পৰিছিল। কিন্তু আজি অলপ কথাতে তাইৰ জীৱনৰ উপকাৰী, তাইৰ শিক্ষাদীক্ষা বঢ়াই জ্ঞানচকু মুকলি কৰোতাক এনে ব্যৱহাৰ কৰিলে কিয়? তদুপৰিও যৌৱনৰ উখল মাখলত, ৰূপ সৌন্দৰ্য্যৰ মোহত যদিহে সি খন্তেক শান্তি পাওঁ বুলি ওচৰ চাপিছিল তাত তাৰ দোষ কি? আন কাৰো হাতত পৰিলে তাই যে কত পাশৱিকতা, কত অত্যাচাৰৰ সমুখ হব লাগিলহেঁতেন। কিন্তু তাৰ ভাল গুণৰ কাৰণে তাই কত উন্নতি কৰিছে। তাইৰ মনে মনে এনে অকৃতজ্ঞতাৰ কাৰণে তাইৰ মনত কত বিকাৰ আহিল। তাই ভাবিলে তাইৰ যি যাবলগীয়া আছিল সেয়াতো কত আগেয়ে গৈছে, আজি সেই মান মৰ্য্যদাৰ কথা ভাবিলে কি হব? বিশেষতঃ অনন্তৰ লগত মানমৰ্য্যদা, গৌৰৱ দেখুওৱাতো তাইৰ কি মূৰ্খতা। অনন্ত যিমানেই অহা নাছিল তাইৰ মনে চাটিফুটি কৰিব ধৰিছিল। তাৰ পিছত তাইৰ মনত এবাৰ ভাব



হ'ল যদি অনন্তই তাইৰ ব্যৱহাৰত মৰ্ম্ম ব্যথা পাই বা নিজৰ মান সম্ভ্ৰমৰ কথা ভাবি লাজতে কিবা অঘটন ঘটাই তেন্তে তাইৰ অৱস্থা কি হব? এই কথা ভবাৰ লগে লগে তাইৰ অকলশৰীয়া অৱস্থাৰ কথা তাই ভাবিব ধৰিলে। এই বহল জনতাপূৰ্ণ কলিকতা চহৰত তাই অকলে কেনেকৈ সাতুৰিব? তাই ভাবিলে তাইৰ উপকাৰীক নেওচা কৰাৰ ফলত আজি কোনোবা গুণ্ডাৰ, পশুৰ হাতত পৰি যে তাইৰ সকলো নেফানেফ্ হব। তাই ভাবিলে ঈশ্বৰে যেন তাইৰ অকৃতজ্ঞতাৰ প্ৰতিশোধ হাতে হাতে দিব। তাই এই বহল অজানা অচিনা বহল জগতত যত হাজাৰ হাজাৰ কুম্ভীৰ ঘৰিয়াল স্বৰূপজীৱ আছে তাত তাই সাতুৰি নাহুৰি ফুৰে কেনেকৈ? তাইৰ যে অনন্তই এই আথাউনি সাগৰত খেৰ কুটা সহায় আছিল, যাৰ আলম লৈ তাই আনন্দ ৰং ধেমালিত গা ঢালি দি চিলনি সাতুৰ দি ফুৰিছিল, অলপো ভয় সঙ্কোচ নকৰিছিল,—আজি এক মুহূৰ্ত্ততে সেই খেৰ কুটা সহায়ো হেৰাই—তাই যেন বহল জগতত তাইৰ সহায়হীন সম্বলহীন অৱস্থা সুন্দৰ ভাবে অনুভৱ কৰিব পাৰিলে। তাইৰ আকৌ ভাব হ'ল এই ঘৰৰ ভিতৰতে বা তাই সোমাই থাকি তাইৰ খোৱা লোৱাৰ দিহা কৰে কেনেকৈ? আৰু দিহা কৰিলেও তাই অনন্ত শূন্য ঘৰত অকলে কেনেকৈ থাকে। যাৰ হাঁহিত তাই হাঁহিছিল, যাৰ জ্ঞানৰ গভীৰতাত তাই আনন্দ অনুভৱ কৰিছিল, যাৰ লগত জগতৰ কত কথা পাতি সুখ পাইছিল, যাৰ প্ৰত্যেক গুণত তাই মুগ্ধ হৈছিল, সেইবোৰৰ অবিহনত তাইৰ জীৱন যে মেটমৰা ভাৰ হব তাত সংশয় নাই। তাই ভাবিলে অনন্তৰ কি দোষ! ঈশ্বৰে মানুহক যৌৱন দিছে, শক্তি দিছে, সৌন্দৰ্য্য অনুভৱ কৰিবলৈ ভাব দিছে, ৰূপ মাধুৰ্য্য উপভোগ কৰিবলৈ হেপাহ দিছে তেন্তে সেইবোৰৰ উচটনিত যদি মানুহৰ পাৰ পিচলে তেন্তে মানুহৰ দোষ কি? যদি মানুহৰ হা, হুতাশ, ৰূপ, তৃষ্ণা দিছে, তেন্তে সেই তৃষ্ণা মানুহে

গুচাবলৈ উপায় কৰিলে বা সুবিধা কৰিবলৈ চেষ্টা কৰিলে মানুহক দোষীৰ ভাগী কৰে কিয় ? তাইৰ ভাব হ'ল কতা তাইয়ো সময়ে সময়ে অনন্তৰ মধুৰ ৰূপ, সুন্দৰ গুণবোৰত মুগ্ধ হৈ, তাৰ বল সাহস আৰু শক্তিত ভুলি কিমানবাৰ তাৰ মুখৰ পিনে চাই আছে। সময়ত তাইৰ মনত কেনে ভূমিকম্প উঠি তাইৰ গোটেই গা কঁপাই তুলিছে ! কিন্তু আকৌ তাই সংযমৰ ঢাকনিৰে ঢাকি, তাইৰ স্বাভাবিক মনৰ উত্তেজনা চেপাদি আকৌ এখন অস্বাভাবিক বাহ্যিক সুন্দৰ ৰাজ্যলৈ তাই উভতি আহি তাই ভাল ভেষ পিন্ধি মনৰ অন্তৰত হোৱা আচল ভাব লুকাই পেলাইছে ! তেন্তে কি এনে ভাবে লুকা ভাকু কৰাটোৱে জগতৰ আদৰ্শ ? মনত আপোনা আপুনি ওপজা ভাবৰ ঢাকনি স্বৰূপ সংযমৰ প্ৰসংশা কৰা মানে জগতে লুকা ভাকুৰ জয় স্বীকাৰ কৰা। যদিও প্ৰত্যেক ধৰ্মই মনৰ সৰলতা, স্পষ্টবাদিতা, অকপটতাৰ মূল্য বহুতো ওখ বুলি কৈছে। সৰল বিশ্বাসত ঈশ্বৰ পায় বুলি কৈ গৈছে। ইত্যাদি নানা কথাবোৰ ভাবি ভাবি তাই অনন্তৰ বস্তু বেহানিবোৰ, কিতাপ পত্ৰবোৰ এখনি এখনি কৈ লাবিচাৰি চাব ধৰিলে। তেওঁৰ সাজপাৰ, কাপোৰকানিবোৰ ভালকৈ থব ধৰিলে। তাইৰ উচাটন মনে এনেবোৰ কাম কৰিও শান্তি নাপাই মেজৰ ওপৰত বহি কিতাপ এখনি মেলি ললে। কিতাপৰ পাত লুটিয়াইছেহে—লুটিয়াইছে, কি পঢ়িছে একো ঠিবাং নাই। হঠাৎ তাই কিতাপৰ মাজত এখনি সৰু 'কাৰ্ড' পালে। দেখিলে এই কাৰ্ডটো প্ৰথমে বেলত আহোতে মানুহ এজনে অনন্তক দিছিল। তাইৰ আজিও সেই কথা মনত আছিল। সেই সময়ত নানা তৰহৰ চিনেমাৰ কথাও সেই মানুহজনে কৈছিল। অৱশ্যে তেতিয়া সেইবোৰ নুবুজিলেও পিচত সেই কথাবোৰ হৃদয়ঙ্গম কৰিব পাৰিছিল, সেই মানুহ জনৰ চিত্ৰ পিচত বহুতো কথা ছবিৰ চিত্ৰপটত দেখিছিল। আনকি অনন্তয়ো কৈছিল এইজনে সেই অশোক



কুমাৰ যাক আমি আহোঁতে ৰেলত পাইছিলোঁ। যেয়ে আমাক চিনেমা জগতলৈ টানি নিব খুজিছিল। কিন্তু যোৱা নহল। কথাছবিত অশোক কুমাৰৰ কৃতিত্ব দেখি তাই মনে মনে তেওঁক বৰ প্ৰশংসা কৰিছিল। হঠাৎ সেই কাৰ্ডটো পাই আৰু তাত লিখা ঠিকানা পাই এনে নিসহায় অৱস্থাত তাইৰ এটা নতুন ভাব খেলালে। যদি এই ঠিকনালৈ তাই গুছি যায় আৰু এই কাৰ্ডটো তেওঁক দেখুৱাই তেন্তে হয়টো তাই সহজতে সিনেমা জগতত সোমাব পাৰে। তাইৰ ভাব হৈছে সিনেমা জগতত তাই সুন্দৰ ঠাই অধিকাৰ কৰি লব পাৰিব। এনেভাৱে অসহায়, অৰ্থ আৰ্জ্জনৰ উপায় নোহোৱা অৱস্থাত তাই কিমান দিন থাকব ? কিন্তু যদিহে তাই চিনেমাত যোগ দিব পাৰে তেন্তে তাই নিজে নিজে অৰ্থ উপাৰ্জন কৰি জীৱন কটাব পাৰিব। তাই তেনে ভাবিয়ে ততালিকে মন থিৰ কৰিলে নাই তাই এতিয়াই গুছি যাব। অশোক কুমাৰৰ কাষ পাব। তাই অনন্তই মাহে মাহে দিয়া টকাৰ লেখ কাৰ পালে সেই টকাৰে বেলত যাব পাৰিব। কিন্তু সেই টকাবোৰ নিলে পিচে যদি অনন্ত ঘূৰি আহে আৰু টকা নাপাই বিপদত পৰে। তাই বিমোৰত পৰিল। হঠাৎ তাইৰ চকু পৰিল এখনি বাতৰি কাকতত। তাত দেখিলে অশোক কুমাৰ এলাহাবাদলৈ আহিছে। তাইৰ মন আনন্দত নাচি উঠিল। তাই আধা টকা থৈয়ে, সৰু চুটকেচত তাইক লগা কিতাপ কেইখন আৰু কাপোৰ দুখন এখন লৈয়ে ঘৰৰ দুৱাৰ জপাই আৰু একো নাভাবি ততালিকে ৰেল ষ্টেচনমূৱা হ'ল। ভাই বাটত ভাবিলে অনন্ত যদি উভটি নাহে তেন্তে একো কথা নাই। তাইৰ নিজৰ বাট নিজে কৰি লব। কিন্তু যদিহে উভটি আহি তাইক নাপাই, সাচি ৰখা টকাবোৰ নাপাই তেন্তে তেওঁৰ মন কেনে হব ? কোনো অঘটনো ঘটাব পাৰে। এবাৰ ভাবিলে তাই এন চ চিঠি লিখি অহা উচিত আছিল। কিন্তু এতিয়া চিঠি লিখিবলৈ উভটি

যাবলৈকো সময় নাই, বেল যোৱাৰ প্ৰায় সময় হৈছে। তাই ভাবিলে বেলত উঠি তাবেপৰা চিঠি লিখি পঠিয়াব। যদি অনন্ত সেই ঘৰলৈ উভটি আহে নিশ্চয় সেই চিঠি পাব। তাই লৰালৰিকৈ গৈ টিকট কাটি বেলত উঠিলগৈ। বেল অলপ পিচতে ভোঁ ভোঁ কৰি এলাহাবাদলৈ আগ বাঢ়িল। বেলত মাইতীয়ে কত কি ভাবিলে তাৰ অন্ত কি ? হাজাৰ ভাবৰ মাজত তাইৰ মনত খেলালে যদি এলাহাবাদত অশোক কুমাৰক লগ ধৰিব নোৱাৰে তেন্তে তাইৰ কি উপায় হব ? আৰু লগ পালেও যে তাইক ততাৰকে চিত্ৰ জগতত সুমুৱাই লব তাৰে বা থিৰাং কি ?

( ৪০ )

অনন্তই ঢলং পলং কৰি নিজৰ ঘৰৰ দুৱাৰ মুখ পাই দুৱাৰ বন্ধ দেখি ভাবিলে নিশ্চয় মাইতীয়ে অকলশৰীয়া হৈ ভয়তে দুৱাৰ মাৰি বহি আছে। তাৰ মনত ধিকাৰ আহিল, এনেভাৱে তাইক অকলে এৰি, একো নোকোৱা নিমিলাকৈ সি আঁতৰ হৈ তাইক চক্ খুৱাই বৰ অন্যায় কৰিছে। সি ভাবিলে জানোচা তাই একো নোখোৱা নিমিলাকৈ কান্দি-কাটি শোৱা পাটিত পৰি আছে। কিন্তু সি দেখিলে দুৱাৰখন বাহিৰৰ পৰা গাঠি মৰা। তাত বাতুলিসচা মৰা নাই। তেন্তে কি মাইতী ওচৰৰ কোনোবা লগৰ ছোৱালীৰ কাষলৈ গৈছে। সি দুৱাৰ মেলি চাৰিওপিনে পিট্ পিট্ কৈ চাই মাইতীক দেখা নাপালে। সি ভাবিলে মাইতী নিশ্চয় কোনো ওচৰৰ ঘৰলৈ গৈছে। নাযায়ে বা কি কৰে ? অকলশৰীয়াকৈ এজনী ছোৱালী বহি থকা কম শাস্তি নহয়। হয়তো তাইৰ লগৰীয়াবোৰ আহিছিল। হয়তো তাইহঁতৰ লগতে কথা কৈ কৈ গৈছে। যদি তাই কৰবাত দূৰলৈ গলহেঁতেন তাই নিশ্চয় দুৱাৰত বাতুলীসচা মাৰি গলহেঁতেন। সি ইপিনে জ্বৰৰ তাপত দুৰ্ব্বল হৈছে আনপিনে নানা ভাবৰ খেলিমেলিত তাৰ মন উতলা। সি লাহে লাহে তাৰ শোৱাপাটিলৈ গৈ অৱশ হৈ পৰিল। সেই শোৱাপাটিতে সি কত ভাবত বিভোৰ হ'ল, জ্বৰৰ তাপত কত কি বলকিছে তাৰ থিৰাং নাই। লগে লগে তাৰ উকটি আহিল। মাজে মাজে বমি কৰিছে। সি ভাবিছে, এই বহল জগতত যেন সি অকলশৰীয়া। তাৰ মিতিৰ কুটুম, ভাই বন্ধু, পিতৃমাতৃ কেও নাই। তাৰ বেমাৰত মূৰত পানী ঢালিবলৈ আনকি এজন লোকো নাই। সি ইচাট বিচাট কৈ পৰি বল। মাজে মাজে ভাবিলে সেই মাইতী যাৰ দুৰৱস্থা দেখি

এদিনা সি নিজৰ সম্বন্ধে অলপো নাভাবি সকলো কেলেঙ্কাৰি, অপ্ৰিয়তা মূৰত লৈ কলিকতা পাইছিলহি, কত চেষ্টা কৰি তাইৰ শিক্ষা দীক্ষাত আগবঢ়াই নিছিল কিন্তু তাই তাৰ আও সময়ত এটোপা পানী দিবলৈকো ওচৰত নাই। সি ভাবি ভাবি কত বলকিছে। লাহে লাহে জ্বৰ তাৰ মূৰত উঠিল। সি প্ৰায় অচেতন যেন হ'ল। মাজে মাজে সি বলকিছে "মাইতী, দুনীয়া মালতী।" সি একোবাৰ কৈছে তাৰ কি দোষ। সিটো মনৰ ভাৱ উভালি পেলাব নোৱাৰে। সিটো স্বাভাৱিক ভাবে ঘটা উচাটন চেপি ৰাখিব নোৱাৰে। তেন্তে তাৰ দোষ কি? তাৰ খং উঠিল এই লুকাভাকু ভালপোৱা জগতখনক। যিহে বিচাৰে অন্তৰৰ সকলো ভাব লুকাই চেপি মাৰি কেৱল দেখাব খোজে কিছুমান নিজে নিজে গঢ়া নিয়মৰ প্ৰভাৱ। সেইবোৰৰ নাম দিয়ে সংযম, ধৈৰ্য্য, ব্ৰহ্মচৰ্য্য সতীত্ব, পবিত্ৰতা। সেইবোৰৰ কাৰণে অন্তৰে অন্তৰে মৰে তুই জুইৰ দৰে পুৰি দেই। জীৱনটো কৰে ভঁজা খোলা। মাজে মাজে গায় ওমৰ খৈয়ামৰ পদ কেফাকি—

"সখি মাটিৰ কোলাত
পৰিব লাগিব নিশ্চয় ঢলি,
সেয়ে কওঁ আহা হিম অতলত
যোৱাৰ আগে
ভোগ কৰি যাওঁ প্ৰাণ হাঁহি হাঁহি;
বুকু ভৰি ভালপাওঁ গোলাপ পাহি;
জীৱনৰ যি কেইটা দিন আগত আজিও জাগে।
মাটিৰ দেহ, মাটিতে শেহ হব, মাটিতে লীন
ধূলিৰ বোজা ধূলিতে মিলিব গৈ;
সুৰ, কি সুৰা, গায়ক আলোক সকলো শোভাহীন;
চেতনা শূন্য আমাৰ শীতল দেহত॥"



সেই শন্নিপাত জ্বৰত উচপিচাই থাকোতে পিয়নে "বাবু" কৈ চিঞৰিলে কিন্তু একো উত্তৰ নাপাই অলপ পৰ ৰৈ আৰু ভিতৰত মানুহৰ শব্দ শুনি এখনি চিঠি দুৱাৰৰ ভিতৰলৈ পেলাই গ'ল। অনন্তই একো কব নোৱাৰিলে।

শন্নিপাত জ্বৰত চট্‌ফট্‌কৈ থাকি ওচৰত শুশ্ৰষা কৰিবলৈ কেও নোহোৱাত সি নিজে নিজে কত কি ভাবিছে। সি ভাবিছে জগতত যেন তাৰ কেও নাই। সি একেবাৰে অকলশৰীয়া। এই বহল জগতত তাৰ আপোন বুলিবলৈ কেও নাই। সি নিজৰ পিতৃ মাতৃক নিজে এৰি আহিছে, সি তাৰ ইষ্ট কুটুম নিজৰ গাওঁ সকলো এৰি দূৰ দেশত ইমান দিনে আছে। মাইতী থকাত সি অলপো অকলশৰীয়া ভাব অনুভৱ কৰা নাছিল। হাহি, ৰং ধেমালি, পঢ়া শুনাতে আৰু নিজৰ কৰ্ত্তব্যতে বিভোল আছিল। কিন্তু মাইতী নাই, ইপিনে তাৰ বেমাৰ অৱস্থাত দৈনন্দিন কৰ্ত্তব্যৰ পৰাও আহৰি পোৱাত সি কেৱল ভাবৰ ৰাজ্যত বেমাৰীৰ শোৱা পাটিত পৰি পৰি উটিবুৰি ফুৰিব ধৰিছে। সি ভাবিছে সংযম, ধৈৰ্য্য, ব্ৰহ্মচৰ্য্য, সতীত্ব, পবিত্ৰতা এইবোৰৰ ভাবে মানুহৰ আচল অন্তৰ লুকাই ৰাখি মানুহক কেৱল দেইপুৰি মাৰে। কতো অলপো শান্তি পাবলৈ আহৰি নিদিয়ে। আকৌ পিচ মুহূৰ্ত্ততে তাৰ মনত পৰিছে মালতীৰ ওপৰত কৰা পাশৱিক কাম। সংৰাৰত সংযম, ধৈৰ্য্য ইত্যাদি বোৰ নহলে সংসাৰখনত এনে পাশৱিক দলে কত কি অঘটন ঘটালেহেঁতেন। সি ভাবিলে সেয়ে সংসাৰখন নাঙত কৰি দেখুৱাই লুকাভাকুৰ আঁৰে আঁৰে, আলো আৰ ছাঁৰ মাজে মাজে, আচল জগতৰ সৌন্দৰ্য্য ফুটাই তোলাই সৃষ্টিকৰ্ত্তাৰ উদ্দেশ্য। তাৰ মনত পৰিল কেৱল ফটো তোলাই আচল কলা শিল্প নহয়। যদিহে তাৰ লগে লগে নিজৰ মৌলিক বুধি খটুৱাই, ছাঁ আৰু পিচপিনে থকা ঠাই ভালভাৱে বাচি লৈ ফটোৰ সৌন্দৰ্য্য বঢ়াব নোৱাৰে। সি যিমানেই

নানা কথা ভাবিছে সিমানেই তাৰ ভাবৰ খেলিমেলিত জ্বৰ বেচিকৈ উঠিছে।

আকৌ সেই ভাব এৰি সি ভাবিছে মাইতী কি অকৃতজ্ঞ। যি চৰাই পোৱালী পুহিপালি ডাঙৰ দীঘল কৰিলে সেইয়া ততালিকে পাখী গজাৰ লগে লগে তাক এৰি গুছিগল। সি ভাবিলে গোটেই জগত খনেই বিচাৰে লাভ, নিজৰ স্বাৰ্থ। সেই স্বাৰ্থপুৰণ হলেই পাহৰে আনৰ কথা। আকৌ তাৰ ভাব হল তাৰ অকলশৰীয়া অৱস্থা। তাৰ পিতৃমাতৃ ইষ্টকুটুম, গাওঁ ভূই এৰি এনে দূৰ দেশত জীৱন কটাইছে যত তাৰ বেমাৰত এষাৰ নিচুকান দিবলৈ, অলপ দৰৱ পাতিৰ দিহা কৰিবলৈ কেও নাই। সি ভাবিছে তাৰ জীৱনত কি আৱশ্যক? বহল জগতত সি এজনা আপোন লোক নাপালে তেন্তে সি এই জগতত থাকি কি লাভ? লাহে লাহে জ্বৰৰ কোব বেচি হোৱাত সি মুহূৰ্ত্তে মুহূৰ্ত্তে নানা কথা বলকিব ধৰিলে। তাৰ মনৰ অৱস্থা অথিৰ হৈ পৰিল। তাৰ গোটেই মনটো কেৱল এটা ভাবে আগুৰিলে জগতে তাক নিবিচাৰে, জগতৰ লগত তাৰ একো সম্বন্ধ নাই, জগত বুলি সি আৰু ইয়াতএমুহূৰ্ত্তওথকা আৱশ্যক নাই। সি সেই মনৰ অথিৰ অৱস্থাতে জ্বৰৰ চাটিফুটিত তাৰ গাৰুৰ কাষত থকা পিষ্টলটোৰ ওপৰত তাৰ হাত পৰিল। তপত হাত চেঁচা পিষ্টলৰ ওপৰত পৰি তাৰ গোটেই গাটো মুৰমুৰাই উঠিল।

তাৰ মনত পৰিল এৰা এই জগতৰ লগত সম্বন্ধ সম্পূৰ্ণৰূপে ছিঙিবলৈ, এই পাৰ্থিৱ দেহৰ অন্ত কৰিবলৈ, এই অকৃতজ্ঞ জগতৰ লগত চিৰ বিচ্ছেদ কৰিবলৈ তাৰ ওচৰতে সহজ বস্তু পৰি আছে। তাৰ মনত খেলালে যিজনাক লগত লৈ ইমান বছৰ পিতৃমাতৃৰ কথা পাহৰিছে, গাওঁ ভূই পাহৰিছে, নিজৰ দেশ পাহৰিছে, তাইৰ এনে অকৃতজ্ঞতা অৱস্থা। তাৰ লগে লগে মনত পৰিল সিওতো ইমান দিনে তেনে কৰিছে, যি পিতৃ মাতৃয়ে তাক খুৱাই ধুৱাই ডাঙৰ দীঘল



কৰিছে, শিক্ষাৰ খৰছ যোগাইছে সেই পিতৃ মাতৃক আনৰ কাৰণে সমূলি পাহৰি তেওঁলোকৰ মৰম বেথা পাহৰি অকৃতজ্ঞৰ দৰে ইমান দিন ইয়াত আছে। তাৰ ভাব হ'ল এয়ে জগতৰ ৰীতি! কেৱল অকৃতজ্ঞতা। তাৰ মনত পৰিল সি আয়েকৰ হাতৰ পৰা টকা আনি মাতৃৰ মৰমৰ দান স্বৰূপ এষাৰ বাতৰিও তেওঁলৈ দিয়া নাই। অৱশ্যে যদিও সি সেই টকাৰ অলপো অপব্যৱহাৰ কৰা নাই। সি কাম কৰি অৱশ্যে নিজৰ জীৱন প্ৰৱৰ্ত্তন কৰিছে আনপিনে সি "ল" পঢ়ি "ল" ৰো শেষ পৰীক্ষা দিছে। আকৌ ঘৰতে পঢ়ি এম এ দিবলৈকো সাজু হৈছে। সি ভাবিছিল এদিন পিতৃ মাতৃৰ ওচৰত সি আচল পুত্ৰ হিচাবে উপস্থিত হব। তেন্তে তাৰ অকৃজ্ঞতা কত? কিন্তু সি আকৌ ভাবিলে নিশ্চয় অকৃতজ্ঞতা। সি ইমান দিনে এটা বাতৰিও তেওঁলোকক দিয়া নাই, আনকি সি কত আছে তাৰো সন্ধান দিয়া নাই। তেন্তে তেওঁলোকে তাৰ সম্বন্ধে ভাবি কত হাহাকাৰ কৰিছে। তাৰ মৰমত মাতৃয়ে তাৰ কথা ভাবি ভাবি কিজানি শোক দুখতে কতদিন অনাহাৰে কটাইছে। তাক মনে মনে টকা দিয়াৰ কাৰণে পিতৃৰ কত টান কথা কিমান দিন শুনিছে। সি অকৃতজ্ঞ, ভীষণ অকৃতজ্ঞ। মাইতী অকৃতজ্ঞ। জগত অকৃতজ্ঞ। তাৰ মনত পৰিল মালতীৰ কাৰণে সি কত কষ্ট, কত টকা কড়ি ভাঙি আস্পাতলত দিন কটালে কিন্তু তাৰ ফলত সি পালে কি? মালতীৰ বাপেকৰ সন্দেহ, অবিশ্বাস। কম্পাউণ্ডাৰৰ কথাত বিশ্বাস জন্মিল। তাৰ ওপৰত অবিশ্বাস হল। তাৰ মনত পৰিল তুনীয়াৰ কথা। সেই একে কথা। তাইক ইমান সহায় কৰিছিল কিন্তু যিদিনা তাৰ হাতত টকা নাছিল কিন্তু তাই টকা খুজি নাপালে তাইৰ মনত উপজিল অবিশ্বাস। তাইৰ ভাব হ'ল টকা থাকিও নিদিয়ে। তাক ৰামুৱে কত সন্দেহ কত অবিশ্বাস কৰিছিল। ইত্যাদি সি যিমানেই ভাবিব ধৰিলে তাৰ মনত ভাৰ হল জগত কেৱল

অকৃতজ্ঞতাৰ ছবি। তাৰ ভাৰ হ'ল জগতত লাগে সঠতা, ঠগ, মিছা, প্ৰবঞ্চনা, বাহ্যিক আৱৰণৰ তেন্তে সুন্দৰ ভাবে জগতত চৰি ফুৰিব পাৰি ভালৰি বোলাই যাব পাৰি, কিন্তু স্পষ্টবাদিতা, পবিত্ৰতালৈ অন্তৰ খোলা হলেই সৰ্ব্বনাশ। সি আৰু মুহূৰ্ত্তকো ভাবিব নোৱাৰিলে। নাই নাই এনে লুকাভাকু খেলা জগতত থাকি লাভ নাই। জগত জগতেই থাকক। তাক উজাই টানিবলৈ আৱশ্যক নাই। বুলিয়েই ততালিকে পিষ্টলটো লৈ আৰু একো নাভাবি সি মনত সেই অথিৰ অৱস্থাতে হাত লৰফৰকৈ কঁপি কঁপি থাকাতে সি মাৰি দিলে—সি অকৃতজ্ঞ পশু, জগতৰ পৰা তাৰ অকৃতজ্ঞ জীৱনৰ চিৰ বিচ্ছেদ কৰিব। শব্দ ধমকৈ উঠিল। কুঠৰী ধোৱাৰে ধুৱঁলি কুৱঁলী হ'ল। তাৰ পিচত ?

( ৪১ )

দুনীয়াৰ দুখ নিতে বাঢ়িছে। তাইৰ শত দুখৰ মাজত যি অলপ অচৰপ আনন্দ পাইছিল, হাজাৰ দোষত দোষী হলেও যাক চাই বা যাৰ লগত কথা বতৰা হৈ আনন্দ পাইছিল, যেয়ে টকাকড়িৰেও মাহে হীন ডেঢ়ী হিচাবে সহায় কৰি সিহঁতৰ খোৱালোৱা আৰু বুদুৰ পঢ়াত সহায় কৰিছিল সেই ৰামুও কালৰ সোঁতত ভাহি গল। সি মদ খাইছিল সেই মদৰ ৰাগীত যিমান পাইছিল সিমানেই সি পি আছিল। শেহত এদিনা সি হিয়া ফাটি এই পাৰ্থিৱ জগতৰ পৰা চিৰকাললৈ বিদায় লৈছিল। সি এৰি গৈছিল দুনীয়াৰ দিনেৰাতি বোৱা চকুলো আৰু বুদুক। বুদুয়ে অহোপুৰুষাৰ্থ কৰি পঢ়াত আগবাঢ়িছিল। ৰামুৱে মৰিবৰ সময়ত দুনীয়াক সেহাই সেহাই কৈছিল দুনীয়া তহতৰ কাৰণে একো এৰিব নোৱাৰিলো। কিন্তু বুদুক মোৰ জজ কৰিহে এৰিবি! হাজাৰ কষ্ট হলেও বুদুক পঢ়াৰ পৰা নেৰুৱাবি। সি বহুতো পঢ়িব। জজ চাহাব হৈহে এৰিব। দুনীয়াই তাৰ উত্তৰত কেৱল দুধাৰি চকুলোহে টুকিছিল। পিচ মুহূৰ্ত্তত ৰামুৰ চেচাঁ হাতখন লাৰি তাৰ বুকুত ঢলি পৰি ধাকুৰি ধাকুৰি কান্দিছিল। কিন্তু হায় কান্দোনত গগণ ফালিলেও আৰু ৰামুক কত পায় ? ৰামু যে নিৰ্ব্বাক, নিস্পন্দ।

ৰামুৰ মৃত্যুৰ পিচত মৃতকৰ কাম দুখীয়াভাৱে সমাধা কৰি দুনীয়াই মনত বল বান্ধি বুদুক সকলো প্ৰকাৰে পঢ়াত ভাল কৰি তুলিবলৈ লাগি পৰি লাগিছিল। তাই আজি একেলগে মাক বাপেকী হৈ অহোপুৰুষাৰ্থ কৰি সিহঁতৰ খোৱাৰ যোগাৰ কৰাৰ লগে লগে বুদুৰ পঢ়া খৰছ যোগাইছিল। কেতিয়াবা সিহঁতৰ এসাজ ভাত মিলে। কেতিয়াবা অনাহাৰে থাকিব লগীয়া হয়। দুটা আলুগুটি পুৰি

বুদুৰ আগত দিয়ে। বুদুৱে কয়, "আজি জানো ভাত নাই?" দুনীয়াই দুধাৰি চকুলো মচি কয় বাচা, বাবাৰ নাই, কোনে ভাতৰ যোগাৰ কৰিব? আকৌ দুসাজ ভাত খালে তোৰ পঢ়াৰ খৰছ কেনেকৈ যোগাম?"

বুঁদুৱে কয় "থিক কৈছ মা। এইবাৰ দুমাহৰ মাচুল একেলগে দিব লাগিব। খাব নাপালেও মাচুল দিবই লাগিব।" দুনীয়াই একো নামাতি দুধাৰ চকুলো টোকে। তাই পিচৰ দিনা আৰু বেচি কষ্ট কৰি ধন আৰ্জিবলৈ চেষ্টা কৰে। তাই কেটামান হাঁহ পাৰ পুহিছে। ছাগলী দুটা পালিছে। টান পৰিলেই হাঁহ পাৰ বেচি পইচা যোগায়। তাৰে বুদুৰ মাচুল দিয়ে। দিনত তাই কাৰো ঘৰৰ বেৰ মচে, আহৰি সময়ত বাৰীত কোৰ মাৰি শাক পাচলি কৰে। কেতিয়াবা ঢেকীয়া, হেলেচী শাক তুলি নি বজাৰত বেচি পইছা আনে। ছাগলী দুটাৰ যি গাখীৰ পায় তাৰে অলপ বুদুলৈ ৰাখি বাকীখিনি এঘৰ মানুহক দি বেচে। দিনটো তাইৰ আহৰি নাই। তথাপি সিহঁতে খাই লৈ বুদুৰ মাচুল আৰু কিতাপৰ খৰচ যোগোৱাত টান পায়। বুদুৱে এতিয়া মেট্ৰিকুলেছন ক্লাচত পঢ়ে। শ্ৰেণীত সি প্ৰথম। শিক্ষকে তাক বৰ মৰম কৰে। কেতিয়াবা মাচুল থিক সময়ত দিব নোৱাৰিলে তাৰ জৰিমনা নলয়। কেৱল কয় বুদু মাচুল কেতিয়া দিবি? বুদুৱে কয় পইছা যোগাৰ হোৱাই নাই ছাৰ। কাইলৈ বা পৰহিলৈ দিম।" অ অ পলম নকৰিবি। ভালকৈ পঢ় বৃত্তি পাব লাগিব। কিন্তু বুদুৱে নামাতে। স্কুলৰপৰা ঘৰলৈ আহি মাকক কয় "মা, মাচুল কাইলৈ বা পৰহিলৈ নিদিলে নহয়।" মাকে কয়, "বাচা, পাৰৰ পোৱলী দুটা কাকো বেচিব পাৰিলেই দিব পাৰিবি। কোনো কিনোতা দেখো অহাই নাই।" কেতিয়াবা তাই প্ৰসৱ হোৱা তিৰোতাৰ খবৰ পাই ৰাতি গৈ ধাইৰ কাম কৰে। কিন্তু তেতিয়া বুদুক অকলে ঘৰত এৰি গলে তাইৰ



প্ৰাণে কান্দে। ইপিনে বুদুৰ পঢ়াৰ খৰচৰ কথা ভাবিলে বা সিহঁতৰ খোৱালোৱাৰ টনাটনিৰ কথা ভাবিলে নগৈয়ো নোৱাৰে। মাক যাব ওলালে বুদুৱে কয় "মা, যাগৈ মই একো ভয় নকৰো। অকলে থাকিব পাৰিম। মই ওৰে ৰাতি পঢ়ি থাকিম।" কেতিয়াবা আকৌ তেলৰ অভাৱত সি পঢ়িব নোৱাৰি সাজ সন্ধ্যাই শুই থাকিব লগীয়াত পৰে। ইমান দুখ কষ্টৰ মাজতো দুনীয়াই বুদুক দেখিলেই যেন কত আনন্দ পায়। সি পঢ়িলে দুনীয়াই তাৰ কাষত বহি শুনিয়ে থাকে। এদিনা স্কুলত শুনিলে মেট্ৰিকুলেছন পৰীক্ষা দিব লাগিলে দেৰকুৰি টকা আগেয়ে জমা দিব লাগিব। দেৰকুৰি টকাৰ কথা শুনি তাৰ চুলিৰ আগে জীউ গল। টকা নিদিলে পৰীক্ষা দিব নোৱাৰিব বুলিও সি শুনিলে। সি এই কথা আজি মাকক কেনেকৈ কব? কিন্তু নকলেও উপায় কি? অলপতে যে টকা দিব লাগিব। সি ঘৰলৈ গৈ আমন জিমন হৈ সিদিনা বহি আছে। মাকে সুধিলে "বাচা আজি কি হৈছে, স্কুলত কেৱে কিবা কৈছে?" সি কান্দো কান্দো সুৰে কলে কেৱে একো কোৱা নাই মা। কিন্তু পৰীক্ষা দিব লাগিলে হেনো দেৰকুৰি টকা দিব লাগিব! আমি দেৰকুৰি টকা কত পাম? দুনীয়াই সেই কথা শুনি যদিও বুজিলে এইটো বৰ টান কথা, তথাপি বুদুৰ বিমৰ্ষ মুখ দেখি কলে, "বাচা কিবা প্ৰকাৰে যোগাৰ কৰিব লাগিব। তাৰ কাৰণে দুখ কৰেনে? আহ দুটামান মুৰি গাখীৰত তিয়াই থৈছোঁ খাহি।

বুদুৱে মাকৰ তেনে দৃঢ় কথা শুনি আনন্দিত হয়। সি "মায়ে কৈছে যেতিয়া নিশ্চয় যোগাৰ হৰ।" সেই ভাবিয়ে সি দুখ মন এৰি আনন্দেৰে গৈ মুৰি খাব ধৰে। তাৰ পিচত সি ওলাই গৈ পুথিভৰালত সোমাই নানা কিতাপবোৰ চাব ধৰে। সি এখন গল্পৰ কিতাপ বিচাৰি উলিয়াই তাত ডুবালৰ গল্প পঢ়ে। ডুবালে কেনেকৈ গৰু চৰাই ফুৰোতে গছৰ তলত জিৰনি লৈয়ো কেৱল পঢ়াতে ধ্যানমগ্ন হৈ পিচত

ডাঙৰ মানুহ হব পাৰিছিল। সি পঢ়ি তাৰ মনক সান্ত্বনা দিয়ে। সি পঢ়িব, কেৱল পঢ়িব। আন একো নকৰি পঢ়িব। আকৌ সি গোৰ্কিৰ জীৱনী পঢ়ে। তাত এঠাইত পায় গৰ্কিয়ে এঘৰ মানুহৰ তাত চাকৰ আছিল। কিন্তু তেওঁৰ পঢ়াৰ ইমান ধাউতি যে অৰ তৰ পৰা কিতাপ খুজি আনি পঢ়ে। কিন্তু-সেই ঘৰৰ গিৰীহঁতনীয়ে তাৰ পঢ়াতো সমূলি ভাল নাপায়। আনকি বাতি পঢ়ি মমবাতি খৰছ কৰে বুলি মমবাতি দালো জুখি থয়। গৰ্কীয়ে উপায় নাপাই ওচৰৰ গীৰ্জ্জাত গৈ তাৰ চাকিৰ পোহৰৰ কাষত বহি পঢ়ি থাকে। এইকথা এদিনা গম পাই গিৰীহঁতনীয়ে খঙৰ বেগত গৈ গৰ্কীয়ে খুজি অনা বা ধাৰলৈ অনা কিতাপ কেইখন কাঢ়ি ফালি চিৰি পেলায়। গৰ্কী মহা বিপদত পৰে। সি লোকৰ কিতাপবোৰ কেনেকৈ দিয়ে। পিচত তেওঁৰ মনৰ বলত পঢ়ি শুনি এদিনা জগতৰ অদ্বিতীয় পুৰুষ হৈ উঠিছিল। গৰ্কীৰ নাম নজনা লোক কেও নাই। সি আকৌ এঠাইত পালে এসময়ত গৰ্কীয়ে বাতি শুবৰ ঠাই নাপাই তেওঁৰ এজন বন্ধুৰ এখন শোৱা পাটিত বন্ধু বাতিৰ কামত যোৱাত শুইছিল। আকৌ বাতি বন্ধু আহিলে টোপনিৰ পৰা সাৰ পাই সেই শোৱাপাটি এৰি দি বাতিতেই নিজৰ কাম কৰিবলৈ গৈছিল। এনে ধৰণে কতদিন কটাইছিল। সেই গৰ্কীয়ে নিজৰ অধ্যবসায় বলত জগত বিখ্যাত হব পাৰিছল। সেই পঢ়ি তাৰ মনত যেন কিমান বল আহিল। ইমান দুখেৰে দিন কটায়ো মানুহে জগতত নিজৰ কীৰ্ত্তি ৰাখি যাব পাৰিছে তেন্তে তেওঁলোকৰ দুখৰ লগত যে তাৰ দুখ অতি নগণ্য। তাৰ ঘৰ আছে, শুবলৈ শোৱাপাটি আছে, খাবলৈ এবেলা নহয় এবেলা এমুঠি ভাত আছে, তেন্তে তাৰ দুখ কি? চিন্তা কি? সি আনন্দত অধিৰ হৈ উঠিল। সি লাহে লাহে পুথি ভঁৰালৰপৰা ওলাই ঘৰলৈ খোজ ললে। সি সেই পঢ়াৰ উদ্দিনিত তাৰ যেন একো কষ্ট নাই, দুখ নাই এনেভাবে যাব ধৰিছে। এনেতে তাৰ চকুত পৰিল



এজন মানুহে খৰিলৈ আহিছে। খৰিবোৰ মুঠা মুঠাকৈ বন্ধা। সি সুধিলে কিমান দাম। দুটকা, মুঠা হিচাবে একো অনা। সি ভাবিলে এয়াতো ভাল উপাৰ্জ্জন কৰিবৰ উপায়। সিও আন মানুহৰ পৰা খৰি কম দামতে ৰাখি মুঠাকৈ বান্ধি অলপ কষ্টতে প্ৰায় দুগুণ দাম পাব পাৰে। সি সিদিনা ঘৰলৈ গৈ মাকক কলে "মা কাইলৈ মিকিৰণীয়ে খৰি আনিলে আমি ৰাখিম আৰু আহৰি সময়ত মই মুঠা মুঠাকৈ বান্ধি বজাৰত বেচিম। প্ৰায় দুগুণ পইছা পাম। মাকে কলে, "তেন্তে ভালেই। সিদিনাৰ পৰা সি মিকিৰনীৰ পৰা এবোজা এবোজা খৰি কম দামতে ৰাখে আৰু ফালি মুঠা মুঠাকৈ বান্ধি দিনে প্ৰায় আঠ অনাকৈ লাভ কৰে। সি আহৰি সময়ত দিনৌ আধঘণ্টাকৈ খাটি এনেভাবে পইচা আৰ্জ্জিব ধৰিলে। মাকে দেখি আনন্দ পালে। পইছা পাই এটা চৰতীয়াও খৰছ নকৰি মাকৰ হাতত দিয়ে আনি। মা বাঁহৰ খুটাৰ খোৰোঙত ভৰাই থ। মাছুল আৰু পৰীক্ষাৰ টকা দিব লাগিব। মাকে কয় "কিয় খৰচ কৰিম বাছা?" বুলিয়েই ঘৰৰ খুটাত যি পইচা থোৱা খোৰোং কৰিছিল তাতে জমাই থয়। সময়ত সি পৰীক্ষাৰ টকা দি পৰীক্ষা দিয়ে।

## ( ৪২ )

বুহুৰে মাকক কৈছিল "মা পৰীক্ষা মোৰ ভাল হৈছে। বৃত্তি পাবৰ আশা আছে। মই মেডিকেল কলেজত পঢ়িম বুলি লিখি দিছো।"

ভাল কৰিছ। বাবাৰে যদিও জজ চাহাব হব লগিব বুলি কৈছিল কিন্তু মোৰ ইচ্ছা তই ডাক্তৰ চাহাবহৈ বেমাৰী মানুহৰ সেৱা শুশ্ৰূষা কৰিবি।

তোমাৰ ইচ্ছাই মোৰো ইচ্ছা মা। কিন্তু মই যে কলিকতাত যাব লাগিব। তুমি অকলে ইয়াত থাকিব পাৰিবা?

তই নহলে মই কেনেকৈ থাকিম? এটা কথা কৰো। দুয়ো কলিকতালৈ যাওঁ। তাতে মইয়ো কিবা এটা কাম লম। তোক অলপ অচৰপ সহায় কৰিব পাৰিম।

কলিকতাত জানো কাম পাবা? নাপালে দুজন প্ৰাণী কলিকতাত কেনেকৈ প্ৰৱৰ্ত্তিম?

আমি মেতৰ মানুহ। যতে ততে কামৰ দিহা কৰিব পাৰিম।

তেন্তে বলা পৰীক্ষাৰ খবৰ নোলোৱাতে আমি তালৈ গৈ যি পাৰো সুবিধা কৰি লওঁ। পিচত খবৰ ওলালে তাত নাম লিখিম।

যদি সেইটো ভাল হয় তেন্তে তাকে কৰ। সিদিনাৰ পৰা সিহঁত কলিকতালৈ যাবলৈ সাজু হ'ল। সিহঁতৰ সকলো বস্তুবোৰ বেচিব ধৰিলে। দুনীয়াই তাইৰ মৰমৰ হাহঁ পাৰবোৰ বেচাত তাইৰ মনত কিমান বেথা লাগিল। কিন্তু কি কৰিব? সময়ত সকলো মায়া মোহ কাটি নিজৰ কাম কৰিব লাগিব। তাইক লাগে বুহুৰ মঙ্গল। দিনচেৰেকৰ পিচতে সিহঁতে কলিকতা পালেগৈ। তাতে বুহুৰে মেডিকেল কলেজৰ সকলো ভুভা ললে। সেই মেডিকেল কলেজতে



সিহঁতৰ ভাগ্যৰ গুণত দুনীয়াই এটা কামো পালে। তাত থাকিবলৈ সিহঁতে চৰকাৰী ঘৰৰ এটা কোঠাও পালে। সেই কোঠাতো বুহু আৰু দুনীয়াই যিমানপাৰে চাফ্‌চিকোনকৈ ললে। সিহঁতৰ খোৱা-লোৱাত যিমানেই কষ্ট নহওঁক কিন্তু বুহুৰ যাতে পঢ়া-শুনাত সুবিধা হয় সেয়ে দুয়োৰো চিন্তা। বুহুৰে কেইদিনমানতে কলিকতাৰ ভুভা সকলো লব পাৰিলে। সি পুথি ভৰালৰো সন্ধান পাই সেই আহৰি কেইদিন তাতে নানা কিতাপ পঢ়িব ধৰিলে। সময়ত তাৰ পৰীক্ষাৰ খবৰ ওলাল। সি নাম কৰি পাচ কৰিব পাৰিলে। বৃত্তিও পালে। দুনীয়াই আগতে মেডিকেল কলেজত কাম পোৱাৰ কাৰণে বুহুৰ সেই কলেজত ভৰ্ত্তি হবলৈ একো টান নাপালে। বিশেষতঃ কলেজৰ প্ৰিন্সিপালে মেতৰৰ ল'ৰাই মেট্ৰিকুলেচন পাচ কৰাত তেওঁৰ মনত বৰ আনন্দ। বুহুক তেওঁ বৰ মৰম কৰে। ঘৈণীয়েকেও বুহুক মাতি নি বহুতে কথা সোধে। সেই অলপ বয়সতে বুহুৰ জ্ঞান আৰু নানা কিতাপৰ কথা কোৱা দেখি তেওঁলোক আচৰিত হয়। প্ৰিন্সিপালে কয় ই সাধাৰণ লাইনত যোৱা হলে বহুতো নাম কৰিব পাৰিলে-হেঁতেন। তাৰ ইংৰাজীৰ ৰচনা তেওঁলোকে চাই আচৰিত মানে।

এনে কম বয়সতে ইমান গভীৰ ভাবৰ ৰচনা লিখা অতি বিৰল। দুনীয়াই কয় নহয় দেউতা সি বেমাৰীক শুশ্ৰূষা কৰা কাম পালেহে মই সুখী। প্ৰিন্সিপালে কয় বাৰু তহঁতৰ ইচ্ছামতে কৰ। সি ভালকৈ পঢ়িলে নাম কৰিব পাৰিব। বুহুৰে কলেজত ভৰ্ত্তি হৈ মনোযোগেৰে পঢ়া আৰম্ভ কৰিলে। প্ৰিন্সিপালে তাক যি কিতাপ লাগে সকলো-বোৰ দি সহায় কৰিলে। দুনীয়াই প্ৰিন্সিপালৰ ঘৰতো নিজৰ দৰে কাম কৰে। প্ৰিন্সিপালৰ ঘৈণীয়েকেকো সকলো প্ৰকাৰে সহায় কৰে। প্ৰিন্সিপালে কয় "মোৰ ল'ৰা নাই। বুহুৰে যদি ভালমতে পাচ কৰিব পাৰে মই তাক বিলাতত পঠিয়াম। তাক মই লৰাৰ দৰে জ্ঞান

কৰো। সি মোৰ কম্পাউণ্ডৰ ঘৰ এটাতে নাথাকে কিয়? ইয়াতে খাব লব।

তুনীয়াই কয়, "আমি মেতৰ মানুহ দেউতা। কেৱল যেতিয়া যি লাগে বুত্থক সহায় কৰিব। মবম কৰিব।"

প্ৰিন্সিপালে হাঁহে। ধৈৰ্ণীয়েকে কয় বাস্তৱতে বুত্থ লবাটো ইমান সুন্দৰ।

প্ৰিন্সিপালে পালি সাহিত্যৰ বাসেট্‌ঠ সুত্তৰ এটা গল্প কয় বাসেট্‌ঠ আৰু ভৰদ্বাজ বামুনৰ মাজত আচল বামুন কোন এই বিষয়ে তৰ্ক লাগিছিল। ভৰদ্বাজৰ মতে পিতৃ আৰু মাতৃৰ যাৰ জাতি ভাল, যাৰ পূৰ্ব্বপুৰুষ সকল পবিত্ৰ, যাৰ বংশত একো দোষ নাই, একো নিন্দাৰ যোগ্য নহয় তেওঁৰেই প্ৰকৃত ব্ৰাহ্মণ। বাসেট্‌ঠৰ মতে যি গুণবান ব্ৰতচাৰী তেওঁৰেই ব্ৰাহ্মণ। নিজৰ ভিতৰত এই তৰ্কৰ মিমাংসা কৰিব নোৱাৰি দুয়ো গৌতম বুদ্ধৰ কাষ চাপি সুধিলে "জাতিৰ দ্বাৰা ব্ৰাহ্মণ হয়নে কৰ্ম্মৰ ফলত ব্ৰাহ্মণ হয়?" ভগবান বুদ্ধই উত্তৰ দিছিল "জাতিৰ হেতু কেও ব্ৰাহ্মণ বা অব্ৰাহ্মণ নহয়। কৰ্ম্মৰ দ্বাৰাইহে ব্ৰাহ্মণৰ চিনাকি দিব পাৰে। মানুহে কামৰ দ্বাৰা কৃষক, কামৰ দ্বাৰা শিল্পী, কামৰ দ্বাৰা বেপাৰী মুদৈ, কামৰ দ্বাৰা ভৃত্য আৰু কামৰ দ্বাৰাহে পুৰোহিত হয়। বজা হয়। যিজনৰ ত্ৰিবিদ্যা আছে, শান্ত, পুৰ্নজন্মৰপৰা মুক্ত, জ্ঞানীসকলে তেওঁকহে ব্ৰাহ্মণ বুলি কয়। কিন্তু আমি বামুনৰ পেটত জন্মিলেই বামুণ বুলি ধৰি কত কি কৰোঁ, সিপিনে অজমূৰ্খই হওঁক বা নানা অধচাৰীয়ে হওঁক। তহঁত মেতৰ নহৰ। মানুহে তহঁতক মেতৰ বুলি ঘৃণা কৰিলেও তহঁত মেতৰ নহৰ। আৰু জান মেতৰ শব্দৰ আচল উৎপত্তি কত? মহত্বৰ পৰাহে মেতৰ। আগতে তেওঁলোক মহৎ লোক আছিল। ভালবেয়াৰ পাৰ্থক্য নকৰি এখন বৰ ওখ ভাব-ৰাজ্যত বিচৰণ কৰিছিল। সেই সুবিধা পাই মানুহে তেওঁলোকক এনে ঘৃণনীয় কামত লগায়। তাৰফলত আজি সেই জাতিৰ এনে



অধঃপতন। আজি জ্ঞানৰাজ্যৰ পৰা সমূলি আঁতৰত। মহাত্মাই ইহতক হৰিজন নাম দিছে। মহাত্মা থাকিলে ইহঁতৰ বহুতো উন্নতি হলহেঁতেন। কিন্তু তেওঁৰ মৃত্যুৰ পিচত যদিও তেওঁৰ কথা মানি লোক সকলে হৰিজন হৰিজন কৰে বা সিহঁতৰ মঙ্গলৰ কাৰণে ভাবে কিন্তু আচলতে সিহঁতৰ জ্ঞান ৰাজ্য মুকলি কৰিবলৈ, সভ্যতাৰ আঁলো পাবলৈ অলপো সুবিধা কৰা নাই। কেৱল সিহঁত থকা ঘৰ কেইটা চাফচিকোন কৰিলে কি হব? যদিহে সিহঁতৰ মনোৰাজ্য চাফচিকুন নকৰে।

এদিন বুত্থক প্ৰিন্সিপালৰ ঘৰত থাকিব কোৱাত সি উত্তৰ দিছিল "মোৰ জাতিৰ লোক, মোৰ ভাইবোৰ যি ঠাইত থাকে মই সেই ঠাইতে থাকি ভাল পাওঁ। মোৰ ইচ্ছা সিহঁতৰ থকা, মিলা সকলোতে অলপ অচৰপ উন্নতি কৰো। মই ভালকৈ থকা দেখিলে তেওঁলোকেও অলপ অচৰপ ভালকৈ থাকিবলৈ চেষ্টা কৰিব। সিহঁতৰ মাজত অলপ শিক্ষাৰ পোহৰ দিব পাৰো যদি তাৰো চেষ্টা কৰিম।"

প্ৰিন্সিপালে কলে, "বুত্থ সুন্দৰ তোমাৰ কথা। তুমি তাতে থাকা।"

( ৪৩ )

পিষ্টলৰ ধোঁৱাত অনন্তৰ গোটেই কুঠৰী ধুৱলি কুঁৱলী হ'ল। অনন্তয়ো গম নাপালে সি কি কৰিলে। কাক গুলি কৰিলে? সি আকৌ শোৱাপাটিত বাগৰি পৰিল। সি ভাবিলে জীৱনৰ মূল্য কি? কিন্তু মুহূৰ্ত্ততে তাৰ চেতন নোহোৱা হ'ল। সি অবশ হৈ সেই শোৱাপাটিতে পৰি থাকিল। যি অনন্তই কত দেশৰ কথা, গাওঁৰ উন্নতিৰ কথা, সমাজৰ ঔদ্ধত্যৰ কথা, শিক্ষাৰ কথা ভাবিছিল সেই অনন্তৰ যেন আজি একো ভাবিবৰ নাই। তাৰ যেন আজি জগতৰ লগত, সমাজৰ লগত সম্পূৰ্ণ বিচ্ছেদ। তাৰ দেহ আছে, কিন্তু সেই দেহৰ যেন আজি কাৰো আৱশ্যক নাই। তাৰ মন আছিল এদিন আনন্দ উলাহত নাচি ফুৰা, আজি যেন সেই মন সমূলি অৱশ। একো ভাবিবলৈ, আনন্দ-দুখ অনুভৱ কৰিবলৈ আৰু শক্তি নাই। সি তেনে চেতন নোহোৱা অৱস্থাতে কিমান পৰ থাকিল সি কব নোৱাৰে। আবেলি কেইজনীমান মাইতীৰ লগৰ ছোৱালীয়ে মাইতীক লগ পাব আহি মাইতীক নাপাই আৰু অনন্তক তেনে ভাবে পৰি থকা দেখি আচৰিত হৈ তাৰ মূৰত পানী ঢালিবলৈ ধৰিলে। আকৌ তাৰ অলপ দূৰত পিষ্টল এটা পাৰ থকা দেখি সকলোৱে আচৰিত হ'ল। পিষ্টলেৰে কি কৰিছিল কেৱে একো নুবুজিলে। কেৱল দেখিলে ওচৰৰ বেৰ এখনত মাইতীৰ ছবি এখন আৰি থোৱা আছিল। সেই ছবি খন ভাঙি চিঙি চূৰ্ণ হৈ পৰি আছে। সেই ছবিৰ ওপৰৰ আৰ্চিখন গুৰাহৈ গৈছে। আৰু মাইতীৰ ছবিৰ ঠিক কপালৰ গুৰিতে এটা ডাঙৰ ফুটা হৈ আছে। ছোৱালী কেইজনাই নানা জল্পনা কল্পনা কৰিব ধৰিলে। হয়তো মাইতীৰ লগত অনন্তৰ কিবা কাজিয়া পেচাল হৈছিল। তাৰ ফলত মাইতীক



গুলি কৰিছে, আনকি মাইতীৰ ছবিতো গুলি কৰি ছবি ভাঙিচিঙি চূৰমাৰ কৰিছে। তাইহঁতে আৰু কত কি জল্পনা-কল্পনা কৰিলে। কত নভবা কথা ভাবিলে। অলপ কথাত এনে হব নোৱাৰে। কিন্তু মাইতী কত গল? যদি মাইতীক গুলি কৰিলেহেঁতেন তেন্তে মাইতীৰ মৰাশ ইয়াতে কৰবাত পৰি থাকিলহেঁতেন! হঠাৎ তাইহতৰ চকুত দুৱাৰ-দলিত পৰি থকা চিঠিখন পৰিল। চিঠিখন এজনাই আনি মেলি পঢ়িলে। দেখিলে সেইখন মাইতীয়ে লিখিছে। তাত লিখিছে তুমি উভটি নহাত মই বৰ অকলশৰীয়া অনুভৱ কৰিলোঁ। ভাবিলোঁ তুমি আৰু উভটি নাহা। গতিকে নিজৰ ভৰিৰ ওপৰত সকলো নিৰ্ভৰ কৰিব লাগিলোঁ। নিজৰ উপাৰ্জ্জনৰ-পথ বিচাৰি লবলৈ উপায় বিচাৰি ওলালোঁ। মই কথাছবিত যোগ দিম। অশোক কুমাৰক লগ ধৰিবলৈ আজিয়ে ওলালোঁ। যদি তুমি উভটি আহিছা মই পিছত চিঠি দিম। সেই চিঠিৰ ঠিকনাত তুমি মোক বোম্বেত গৈ লগ ধৰিবা। তাতে আমি কথা ছবিত যোগদি উপাৰ্জ্জনৰ উপায় উলিয়াম। ঔ এটা তোমাৰ 'বেগত' থকা আধাটকা মই আনিছোঁ, তোমাৰ কষ্ট হব পাৰে বুলি আধা টকা নানিলোঁ। তেনে কৰাৰ বাবে মোক ক্ষমা কৰিবা। সবিশেষ বিবৰণ মই তোমাৰ চিঠি পালে জনাম। আজি মই এলাহাবাদলৈ যাম। মোৰ মৰম আৰু ভক্তি জানিবা। আজিও মই তোমাৰ সেই ভনীটি, মাইতী। মোৰ প্ৰনাম।" চিঠিখন পঢ়ি ছোৱালী কেইজনীয়ে বহুতো কথাৰ গম ধৰিব পাৰিলে। তাইহঁতে বুজিলে মাইতীৰ মৃত্যু হোৱা নাই। মাইতী এনেভাবে গুছি যোৱা কাৰণে অনন্তই খঙতে মাইতীৰ স্মৃতিও পাহৰিবলৈ মাইতীৰ ছবিৰ ওপৰত এনে ভাবে প্ৰতিশোধ লৈছে। আন পিনে ভাবি চিন্তি অস্থিৰ হৈ জ্বৰত ভুগি জ্বৰৰ তাপত অৱশ হৈ পৰিছে। তাইহঁতৰ এজনাগৈ ডাক্তৰ মাতি আনিলে। ডাক্তৰে চাই পৰীক্ষা কৰি দৰৱ পাতি

দিলে। এদিনৰ পিচত তাৰ চেতনা আহিল। সি নানা কথা বলকিব ধৰিলে। মাজে মাজে কয় গুলি কৰিছোঁ। কাক হত্যা কৰিছোঁ। নিশ্চয় মৰিছে।" বহু দিনৰ পাছত সি ভাল হৈ লৰিচৰি ফুৰিব পৰা হ'ল। কিন্তু সি আগৰ জ্ঞান নাপালে। মাজে সময়ে সি কিবাবোৰ বলকে। নহলে মনে মনে থাকি কেৱল থৰ হৈ থাকে। মাজে মাজে হাঁহে। ছোৱালী বিলাকে বহুদিন তাৰ কাৰণে খৰছ কৰি তাৰ সমূলি ভাল হোৱাৰ আশা নেদেখি লাহে লাহে তাৰ খবৰ লব এৰিলে। তাৰ খোৱা লোৱাৰ ঠিক নোহোৱা হ'ল। এনে বিদেশত তাৰ এনে কোন আপোন আছে যেয়ে বহু দিনলৈ তাৰ আল পৈচান ধৰি থাকিব, তাৰ খোৱা লোৱাৰ দিহা কৰি দিব? সি অতততত ঘূৰি ফুৰে। কেতিয়াবা ভোকত তৰণি নাপাই বাটৰুৱাৰ ওচৰত হাত পাতে। দুটা এটা পইচা পালে সি বাটত ভজা বুত কিনি খায়। তাৰ কাপোৰ কিনি চিৰি ফালি গ'ল। সি কত থাকে নাথাকে একো থিৰাং নোহোৱা হ'ল। তাৰ যে কোনটো ঘৰ সেইটোৱো সি গম নাপায় আৰু গম পালেও ভাৰা লোৱা ঘৰ যেয়ে ভাৰা দিছিল সি টকা নাপালে কিয় থাকিব দিব? তাৰ বয় বস্তু কিতাপ বহী সকলো ভৰা দিয়া লোকে হজম কৰিলে। সি কাৰো ঘৰৰ দুৱাৰ মুখত পৰি থাকে। বৰষুণত তিতে, ৰদত শুকায়। বেচিভাগে এখন মিঠাইআলাৰ দোকানৰ সমূখত সি থাকে। মিঠাইৱালা মৰমিয়াল লোক তাক মিঠাই খাব দিয়ে। কেতিয়াৱা ভাতো দিয়ে। সি তাৰ হতুৱাই অলপ অচৰপ কাম কৰি লয়। হাতত তাক দুটা বাল্টি দিয়ে। ওচৰৰ পানী কলটোলৈ বাল্টিৰে সৈতে লৈ গৈ বাল্টিত পানী ভৰাই আকৌ ঘৰলৈ আনিব দিয়ে। সি তাৰ হাতত বাল্টি দিলেই আনিব লাগে বুলি জনা হ'ল আৰু তেনেভাৱে পানী আনে। তাৰ হতুৱাই আগ চোতাল খনো সাৰাই। দিনৰ পিচত দিন গল। তাৰ অৱস্থা জুৰুলা



জুপুৰা হ'ল। কিন্তু তাৰ অৱস্থা সম্বন্ধে তাৰ জ্ঞান নাই। সি কেতিয়াবা হাঁহে, কেতিয়াবা কান্দে, কেতিয়াবা হাত চাপৰিং দিয়ে। বৰ ভোক লাগিলে সি বাটৰুৱাক পেটটো দেখুৱাই। একো নামাতে। বেচি ভাগেই সি সেই মিঠাইৰ দোকানৰ আগত বহি থাকে। এনে ভাবে কত দিন গল তাৰ নিৰ্ণয় নাই। তাক দেখিলে কোনে কব সেই শিক্ষিত অনন্ত বুলি যেয়ে এদিন ভাবিছিল নানা তৰহৰ দেশৰ উন্নতি, সমাজৰ উন্নতি, নতুন ভাবৰ পতন জাগৰণৰ প্ৰচলনৰ কথা। যেয়ে ভাবিছিল, সমাজ সংস্কাৰৰ কথা, গোটেই বিশ্বৰ লোকেই নিজৰ বুলি, পিতৃ মাতৃকো নিজৰ নুবুলি যাৰ প্ৰাণ কান্দিছিল পৰৰ দুখত, যাৰ গোটেই মনটো জগাই তুলিছিল সমাজৰ অবিচাৰ, অধাচাৰ, ঔদ্ধত্যৰ বিৰুদ্ধে। যেয়ে অবলা-তিৰোতাৰ ওপৰত কৰা অবিচাৰ সহ্য কৰিব নোৱাৰি, নিজৰ গাওঁ, ভুই ইষ্ট-কুটুম, পিতৃ মাতৃ, ভাই-বন্ধু এৰি লৰ দিছিল বিদেশলৈ। যেয়ে ইচ্ছা কৰিছিল অশিক্ষিতক শিক্ষিত কৰি মনৰ সঙ্কীৰ্ণতা, ভয়, সঙ্কোচ গুচাই সৎসাহস উদাৰতা বঢ়াবলৈ। যেয়ে বিচাৰিছিল, শিল্প, সাহিত্যৰ উন্নতি কৰিবলৈ, কথাছবিত যোগ দি শিল্প সাধনা কৰিবলৈ কিন্তু আজি সেই বিলাক কত? এনেভাবে কত বছৰ উকলিল সি কব নোৱাৰে। তাৰ মনত নাই তাৰ ঘৰ কোন গাওঁত, কোন তাৰ পিতৃ-মাতৃ। সি মাইতীক সি ইমান মৰম কৰিছিল, ভাল পাইছিল তাৰ মনত আজি তাইৰ-স্মৃতি কত? দুনীয়াৰ কথা, মালতীৰ কথা সি অলপো নাভাবে।

এনেভাবে দীনদৰিদ্ৰভাবে দিন গৈছে। কিন্তু সি দিনটো এনেকৈ কটালেও গধূলি ওচৰৰ কথাছবি ঘৰত বহুতো মানুহৰ জুম দেখি তালকৈ যায়। কেতিয়াবা কেতিয়াবা কথাছবি চলোৱা লোক সকলৰ কেৰে ৰঙতে কয়, এই পগলা, ছবি চাবি আহ।' সি তাৰ কথা-মতে তাত সোমাই চাই থাকে। কাকো একো নামাতে, একো নকয়।

এনেভাবে সি দিন কটাব ধৰিছে। মিঠাইৰালাই তাব শীতৰ চেচা গুচাবলৈ কেখনমান থৈলা দিয়ে। সি তাবে ছখন পাবে। ছখন মান ওপৰত উবি শীতৰ প্ৰকোপ কটায়। এদিনা সেই কথাছবি ঘৰত বহুতো মানুহৰ জুম হৈছে। এজন হুৱাবত থকা লোকে তাক ওচৰত দেখি কিঙৈ পগলা সোমাবি নেকি? যা! সি ভিতৰলৈ সোমাই গ'ল। কথাছবি ঘৰত আন্ধাৰ হল। অলপতে আবকাপোবত ছবি ওলাল! সি একধ্যানে চাই আছে। এনেতে দেখিলে এজনী ছোৱালীয়ে কথা-ছবিত ওলাই নাচি নাচি গীত গাব ধৰিছে। ধুনীয়া ছোৱালীৰ মূৰ্ত্তি। নাচোন আৰু গীতে দৰ্শকক মুগ্ধ কৰিছে। অনন্তয়ো চাই চাই হঠাৎ চিঞৰি উঠিল "থিক, থিক, সেই সেই বুলিয়ে আব কাপোবব ওচৰ চাপিল। সি ওচৰলৈ গৈ জুমি জুমি চাব ধৰিলে। দৰ্শক সকলে চিঞৰিব ধৰিলে এই গুছ গুছ, আব কাপোবব আগবপবা গুছ। তথাপি সি আতবি নগল। সি হঠাৎ কৈ উঠিল "মাইতী! মাইতী, বুলি আৰু পৰ্দ্দাব ওচৰ চাপি সেই ছবিটোক সাবোত মাৰি ধৰিব খুজিলে। গোটেই কথাছবি ঘৰত দৰ্শকৰ মাজত হাহাকাৰ লাগিল। কৰ পাগলক সোমাব দিছে। এনে সুন্দৰ গীত আৰু দৃশ্যটো নষ্ট কৰিলে। কিন্তু সি সাবটি ধৰিব নোৱাৰি কেৱল কলে "মাইতী, মাইতী তই ইমান দিন কত আছিলি? তাব সেই কথাব লগে লগে দৰ্শকসকলে চিঞৰিব ধৰিলে, বলিয়াক বাহিৰ কৰিদে! এনেতে কেজনমান লৰি আহি তাক টনা আজোৰা কৰি "বল বাহিৰলৈ বল।" সি কেৱল কলে এৰি দে মাইতীক এৰি নাযাওঁ। কিন্তু তাব কথা কোনে শুনে? "বাহিৰ কৰি দে বলীয়াক" বুলি তাক মাৰি ধৰি টানি হুৱাৰমুখলৈ নি হুৱাৰৰ বাহিৰ কৰি দি হুৱাব বন্ধ কৰি দিলে। সি হুৱাৰৰ বাহিৰলৈ আহি চেচা বতাহ পাই অলপ শান্ত হৈ কত কি ভাবিব ধৰিলে। তাব যেন মনত পুৰণি সকলো স্মৃতি মুহূৰ্ত্তে জাগি উঠিল। সি আলিবাটত বিজুলী বন্তিৰ পোহৰত তাব সাজ পাৰ অতি লেতেৰা



দেখি, তাব গোটেই গা মলিৰে ভৰা দেখি সি আচৰিত হল। সি ভাবিলে তাব এই অৱস্থা কেনেকৈ হল? তাৰ মনত পৰিল সি থকা ভৰাঘৰটোলৈ। সি ভাবিলে ততালিকে সেই ঘৰলৈ গৈ তাৰ সাজপাৰ সলায়। সি ভাবিলে সেয়া আচল মাইতী নহয়।' মাইতীৰ ছবিহে ছবিঘৰৰৰ পৰ্দাত দেখিছে। সি ভাবিলে তেন্তে মাইতী কোনোবা ফিল্ম কোম্পানীত সোমাই সি যি ভাবিছিল সেয়া সম্পূৰ্ণৰূপে পূৰ্ণ কৰিছে। তাব শিল্পকলাৰ যি উৎকৰ্ষ সাধিব খুজিছিল সেয়া আজি মূৰ্ত্তিমৱী হৈ সম্পূৰ্ণ হৈ ওলাইছে। লগে লগে তাৰ মনত পৰিল সেই আগৰ ঘটনা। যিদিনা মাইতী সেই ঘৰৰ পৰা নোহোৱা হৈছিল। কিন্তু তাব কেনেকৈ এনে অৱস্থা হল সি একো বুজি নাপায়। সি কেনেকৈ এনে কুধচ সাজপাৰ পিন্ধি আজি চহৰৰ আলিত ওলাইছে সি ভাবি নাপায়। তাৰ সেই সাজপাৰ, সেই মলি দেহ, ফটা ভৰি হাত দেখি তাব বৰ লাজ লাগিল। সি ততালিকে আৰু আলিবাটত নৰৈ বেগাই তাৰ ভাৰা কৰা ঘৰলৈ খোজ ললে। সি বাটত হুই এজন চিনা লোক পালে। কিন্তু তেওঁলোকক লাজতে নামাতিলে। তেওঁ-লোকেও সি বলীয়া হোৱা বুলি জানি সহানুভূতি চকুৰে চাই আঁতৰ হ'ল। সি গৈ গৈ তাৰ ঘৰ পাই দেখে তাত কেনোবা মানুহ আছে। সি মাত দিলে কোন আছা?

এজনী ডাঙৰ ছোৱালী ওলাই আহি তাক দেখি আকৌ ততালিকে ভিতৰ সোমাল। সি ছোৱালীজনীয়ে কোৱা শুনিলে সেই বলীয়াজন আহিছে। ঘৰৰ হুৱাৰ মুখত চিঞৰিব ধৰিছে। তাক সিহঁতে চিনে, কিয়নো সি প্ৰায়ে সেইবোৰ ঠাইত আগেয়ে ঘূৰি ফুৰিছিল, হাঁহিছিল, কান্দিছিল। সকলোৱে তাক বলীয়া বুলিহে জানে। সি তাৰ ঘৰত সোমাবনে নোসোমাব ভাবি থাকোতে সি দেখিলে সেই ভাৰা দিয়া ঘৰৰ মালিক সেইপিনে আহিছে। সি দেখিয়েই তেওঁক চিনি পালে। সি সুধিলে "মোৰ ঘৰত এইবোৰ কোন?"

